# শিয়ালা বৈষ্ণৱৰ চৰিত্ৰ।

[illegible] ৰচিত—


শ্ৰীৰতিৰাম দত্ত

আৰু

শ্ৰীজনাৰাম দাসৰ দ্বাৰা


সংগৃহীত ও প্ৰকাশিত


([illegible])

১৩৫৫ চন

# শিয়ালা বৈষ্ণৱৰ চৰিত্ৰ।

কবি সুচণ্ডাই ৰচিত—

শ্ৰীৰতিৰাম দত্ত
আৰু
শ্ৰীজনা ৰাম দাসৰ দ্বাৰা
সংগৃহীত ও প্ৰকাশিত।

•প্ৰথম তাঙ্গৰণ•

প্ৰিণ্টাৰ— শ্ৰীশশীধৰ দত্ত;
বান্ধৱ প্ৰেছ, নলবাড়ী।

মূল্য ॥৹

জোকাবিলে নদী বয়।” এই জনশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰিয়ে বাইজৰ পৰা যথেষ্ট সহানুভূতি পাম বুলি আশা ৰাখিলোঁ। লগতে হয়াকো উনুকীয়াওঁ যে, মোৰ লিখিত “শঙ্কৰ দেৱৰ সংক্ষিপ্ত জীৱন চৰিত আৰু দামোদৰ দেৱৰ চমু জীৱনী” বুলা কিতাপ দুখনি, মহামান্য স্কুল সমূহৰ ডাইৰেক্টৰ মহোদয়ৰ অনুগ্ৰহত প্ৰাইজ আৰু লাইব্ৰেৰী লিষ্ট ভুক্ত হোৱাত উৎসাহিত হৈ ইয়ো লেখকসকলৰ অনুগ্ৰহত প্ৰাইজ লিষ্ট ভুক্ত হব বুলি আশা ৰাখিলোঁ। ইতি—

পাণবিবাট এম, ই, স্কুল।
মাঘ ৭৬, ১৮৪৯ শক।
ইং ১৪।১২।২৭

শ্ৰীৰতিৰাম দত্ত।

## পাতনি।

এই পুথিৰ লিখক চপৰাৰ সুচণ্ডাই কবি। তেওঁ জাতত সূৰ্য্য বিপ্ৰ। মঙ্গলদৈ ৰজা হাউলীৰ পশ্চিমে চপৰা গাৱঁত কবি কৰা চুপা বুলি এখনি গাওঁ আছে। এই কবি কৰা চুপাই কবিৰ জন্ম স্থান

এই পুথিৰ নায়ক শিয়ালা বৈষ্ণৱ। তেওঁৰ আচল নাম সম্বৎসৰ। শিয়ালে তাৰ গাতত এবছৰ পালিছিল বুলিয়ে পিতাকে তেওঁৰ সেই নামকে দিছিল ; কিন্তু সৰ্ব্বসাধাৰণে শিয়ালা বৈষ্ণৱ বুলিহে জানিছিল। সম্বৎসৰৰ পিতাক ধৰ্ম্মদেৱ গোস্বামী ভাগৱত ব্ৰাহ্মণ আছিল। এওঁ ভূঞা বংশৰ এজন বৰ ভূঞাঁ আছিল। মঙ্গলদৈৰ বৰ দৌলৰ ওচৰত থকা বৰাবাৰী গাৱঁত এওঁৰ পূৰ্ব্ব বসতি আছিল। মঙ্গলদৈত দৌলৎসৰ বুলি বহাগত যি উৎসৱ হয় তাক স্থাপন কৰ্ত্তা তেওঁৱে বুলি লোকে কয়। বৰদৌল এওঁৱে স্থাপন কৰা দৌল। পাথৰি ঘাটৰ পূবে দাহিৰ ওচৰত যি এটা প্ৰকাণ্ড পুখুৰীৰ চিন আজিও আছে, সেইটি এওঁৱে খণ্ডোৱা বুলি এই পুথিত উল্লেখ আছে। এই পুখুৰী খন্দা কাৰ্য্য সমাপন হোৱা সময়ত কোচ ৰজা বিশ্ব সিংহই মঙ্গলদৈ অধিকাৰ কৰাত, এওঁ ভূঞাঁ পদবীৰপৰা বঞ্চিত হোৱা বাবে উত্তৰ মুখে গৈ জলজলিৰ উত্তৰ পশ্চিম কোণে চৰণ ধৰাৰ ওচৰত বসতি কৰে গৈ। ইয়াতেই ধৰ্ম্ম দেৱৰ ভৃত্য গৰেইৰ মৃত্যু হয়। গৰেই যিটো গড়ত মৰিছিল সেই গড়ৰ নাম আজিও গৰেইমাৰা নামে জনাযাত। ইয়াতেই মহাপুৰুষ সম্বৎসৰৰ জন্ম হয়, আৰু সতিয়া মাকৰ কুচক্ৰন্তত

পৰি বেঙেনীহঁতে পেনাই দিয়াত শিয়ালীয়ে গাইনৈ নি পালন কৰে। এনেছুৱা মূৰত দিতেক দেশ পৰ্যাতন কৰি আহি বৈষ্ণৱত নি পালন কৰে।

শিয়ালা বৈষ্ণৱৰ গতি মানসিক আৰু ঐশ্বৰিক কাৰ্য্য ভালেমানৰো কথা উল্লেখ আছে। আৰু লগে ২ সেই সময়ৰ ঐতিহাসিক আৰু ভৌগলিক জ্ঞানো ইয়াত যথেষ্ট পৰিমাণে পোৱা যায।

মহাপুৰুষৰ ঐশ্বৰিক কাৰ্য্যৰ বাতৰি পাই, বিজনীৰ ৰজা ৰঘুদেৱে বৈষ্ণৱক নিবলৈ বুলি মানুহ পঠায়। যাওঁতে বাটত মহাপুৰুষে বহুতো অলৌকিক কাৰ্য্য দেখুৱাইছিল। তাৰ ভিতৰত অগাধ দৰিকাজানী নৈ সুমি পাৰ হোৱা আৰু ৰজাৰ ৰাজ নগৰৰ ওচৰৰ সত্ৰত, গোসাঁই মণ্ডপৰ ওচৰত পৰি থকা এমুঠি গাজি চাউল সিজাই সেই অমেৰে ষোলজন মানুহৰ ক্ষুধা নিবৃত্তি কৰাই প্ৰধান।

এই দৰিকাজানী নৈ বৰ্ত্তমান নাই। কামৰূপৰ নলবাড়ীৰ মাজত ঠায়ে ঠায়ে যি এটি মৰা নদীৰ চিন আছে, সেইটিৰে পূৰ্ব্ব নাম দৰিকাজানী আছিল। এই দৰিকাজানীৰ এক সোঁতা নতুনকৈ বোৱাত তাৰ নাম নোৱা নৈ হয়। এই নোৱা নৈৰ চিন, নলবাৰীৰ ঠায়ে ঠায়ে আছে। ইয়াত যিটি সত্ৰত ভেওঁক সিধাপাতি কোনেও নিদিয়াত চাউল প্ৰসা-

দকে সিদ্ধ কৰি খোৱা কথা কৈছে। সেই সত্ৰ কোনটি তাৰ গম ধৰা টান। এক হিচাপে বৰপেটা বুলি ধৰিব পাৰি; কিন্তু সেই সময়ত মাধৱদেৱ জীবিত। এনে আদৰ্শ সত্ৰাধিকাৰ থাকোতে আলহিক সোধ-পোচ নকৰা কথাটো অসম্ভৱ।

বিজনীৰ ৰজা ৰঘুদেৱে মহাপুৰুষৰ ঐশ্বৰিক শক্তি দেখি, তৰধ মানি, হাতী এটাই চাবিহদে পাৰ পৰ হিচাবে এদিনত যিমানখিনি ঠাই ঘূৰিব পাৰে মঙ্গলদৈ এলাকাৰ সিমানখিনি ঠাই, মহাপুৰুষক নিষ্কৰকৈ দিবৰ মনেৰে মহাপুৰুষৰে সৈতে হাতী আৰু মাহুতক পঠায় দিয়ে। মাহুত আহি ৰাতি বৰ নদীৰ পাৰত থাকি পুৱাই হাতীত উঠে, মহাপুৰুষ লগে লগে ঘোঁৰাৰে যায়। বেলা এপৰমান হোৱাত তেওঁলোকে গৈ পাটি দৰং পায় তাত খুটি এটা মাৰে। সেই খুটি বৰ্ত্তমানো আছে বুলি লোকে কয়। তাৰপৰা তেওঁলোকে উত্তৰমুখে গৈ কালে গাৱঁৰ ওচৰত থকা দ্বিগজ নদী পায়। ইয়াতে এটা খুটি মাৰি বেলা দুপৰ হোৱা বাবে মাহুতে হাতীক গা ধুৱায়। গা ধুওৱা চলেৰে বেলা খেদোৱা দেখি, বৈষ্ণৱে মাহুতক শাপি ভস্ম কৰে। এই মাহুত (দ্বিপদী) আৰু গজ মৰা দেখিয়ে নদীৰ নাম দ্বিগজ হয়।

এই ঘটনাৰ কিছুদিনৰ পিচত এজন আলৰ বুঢ়া আহি তেওঁৰ দুখৰ কথা কয়। বুঢ়াৰ হেনো পুতেক সাতোটা আছিল কিন্তু সিহঁত ভিন ভিন হৈ কোনেও বুঢ়াক পালন নকৰা হৈছে। এই ঘটনাত মহাপুৰুষে তেওঁৰ বংশত যাতে এটাৰ বেছি পুত্ৰ সন্তান নহয় তাৰ অৰ্থে হৰি মণিকূট গৈ প্ৰাৰ্থনা কৰে।

ইয়াৰ কিছুদিন পিচতে তেওঁলোকৰ কাষেৰে বৈ যোৱা নৈৰে বেপাৰ কৰিবলৈ কিছুমান পশ্চিমীয়া বেপাৰী আহি ঘাটত নাৱ বান্ধে। মহাপুৰুষৰ ঘৈণীয়েক পানী আনিবলৈ ঘাটলৈ গৈছিল। নাৱ ঘাট আগুৰি থকা বাবে, পানী অনা সুবিধা জনক ঘাট বিচাৰি ঘূৰি ফুৰাবাতে পানী লৈ অহাত তেওঁৰ পলম হল। মহাপুৰুষে পানী অনাত পলম হোৱা দেখি, কাৰণ সুধি সদাগৰহঁতেই যে ইয়াৰ বাবে দায়ী তাক বুজিব পাৰি সিহঁতক শাপ দিয়ে। তাৰ ফলত হেনো, সদাগৰ, নাৱ মালবস্তু আৰু যাবতীয় নাৱৰীয়া পানীত বুৰি যায় নাৱ বান্ধা লোৰ শিকলি আদি হেনো বহু দিনলৈকে গছত বান্ধা অৱস্থাতে সৰ্ব্বসাধাৰণে দেখা কৈয়ে আছিল। এতিয়া অলপ দিনৰ পৰাহে নেদেখা হৈছে। তেতিয়াৰপৰা সেই ঠাইৰ নাম

"দেওমৰণে" হয়। মানুহৰ মুখে প্ৰচলিত আছে যে, মহাপুৰুষৰ বংস লোপ হলেই "দেওমৰণে" মুক্তি লভিব; আৰু এই বাবেই মানুহে কয় যে, তেওঁৰ বংশ এতিয়াও লোপ হোৱা নাই, কৰবাত আছে। কিন্তু এই পুথিত তাৰ কোনো উল্লেখ নাই।

মহাপুৰুষৰ বস্তিটো বৰ্ত্তমান এখন ঝাৰনীহৈ আছে। শুনিবলৈ পোৱা যায় যে, তাত কুম-থিৰা টেঙাৰ গছ, হালধি, আদা, গছআলু, কল-কীয়া আদি বিস্তৰ পৰিমাণে আছিল আৰু মানুহে তাক তাত গৈ খাবলৈ পাৰিছিল, কিন্তু কোনো-বাই কিবা ঘৰলৈ নিলে হেনো তেজে বতিয়াই মৰে। এই বিলাক কাৰণেই বৰ্ত্তমান সেই ঝাৰ-নীলৈ কোনো নাযায় আৰু তাত কি আছে কি নাই কবলৈ পাৰা নাযায়।

বৈষ্ণৱৰ বংশাৱলী পুথিত তলত লিখা ধৰণে আছে। এওঁৰ বংশৰ কোনোবা বৰ্ত্তমান সময়ত আছেনে নাই তাৰ সবিশেষ বিবৰণ পোৱা নাযায়। বহুতে কামৰূপৰ বৰভাগ অঞ্চলত এটি বুঢ়া আছিল বুলি কয়; কিন্তু তাৰ সঠিক বাতৰি কোনেও দিব নোৱাৰে। বৈষ্ণৱৰ শেষ পুৰুষ মাধৱদেৱে ভাঠি দৰঙ্গত বিবাহ কৰোৱা বুলি উল্লেখ আছে। এই ভাঠিদৰং বোধকৰো কাম-ৰূপৰ বৰভাগ অঞ্চলত থকা পাটিদৰঙকে বুজা-ইছে, যেহেতু বৈষ্ণৱৰ বংশৰ বুঢ়া এজনা ধৰ

ভাগত থকা বুলি মানুহে কোৱা কথাটোও তেতিয়া মিলি যায়। যাহোক কোনোবাই যদি তাৰ কিবা শুংসূত্ৰ পায়, আমাক জনালে ভবিষ্যতে আমি তাক সাদৰেৰে এই কিতাপত ঠাই দিম।

## বৈষ্ণৱৰ পুৰুষা নামা ঃ—

আদি পুৰুষ— ধৰ্ম্মদেৱ
|
সম্বৎসৰ
|
পৰমানন্দ
|
কৃষ্ণানন্দ
|
উমানন্দ
|
মহাদেৱ
|
নাৰায়ণদেৱ বা ডেকা গোঁসাই
|
শুকদেৱ
|
কামদেৱ
|
মাধৱদেৱ বা পদ্মনাভ

শিমলীয়া, বেলশৰ।
মাঘৰ বিহু।
ইঃ ১৪।১২।২৭

শ্ৰীৰতিৰাম দত্ত।

# উছৰ্গা।

পৰম পূজনীয়া শ্ৰীযুক্তা পূৰ্ণিমাপ্ৰিয়া দেব্যা
মাতাৰ কৰকমলত।

মৰমৰ আই!

মই তোমাৰ অতি আদৰৰ কোলাৰ সন্তান। মোৰ কপালৰ গুণত জন্মদাতা পিতা অকালতে স্বৰ্গী হোৱা বাবে মই পিতাৰ আদৰ সাদৰ কেনে তাৰ গম ধৰিবলৈ নোৱাৰিলোঁ; কিন্তু তুমিয়ে মোক সময়ত পিতাৰ আৰু সময়ত মাতাৰ আদৰ দানে, পিতৃ অভাব দুঃখ অনুভৱ কৰিব নোৱাৰাকৈ ৰাখিছা। সেয়েহে আজিও মই ভোজনত দুঃখ কেনে আৰু সংসাৰৰ লেঠা কেনে তাক ভাবিবলগীয়া হোৱা নাই। তোমাৰ হাতত দিম এনে কোনো বস্তু অভাজনে আৰ্জ্জিবলৈ পৰা নাই; সেয়েহে আনৰ আৰ্জ্জিত এই পুথিখনি সংগ্ৰহ কৰি আনি তোমাৰ হাতত অৰ্পন কৰিলোঁ। আশা কৰোঁ তুমি ইয়াক সাদৰেৰে গ্ৰহণ কৰি শুভাশীৰ্ব্বাদ দিবা। ইতি—

মাঘৰ বিহু,
শিমলীয়া।
১৮৪৯ শক।

তোমাৰ আশীৰ্ব্বাদ ভিখাৰী
শ্ৰীৰতি ৰাম দত্ত।




# শিয়ালা বৈষ্ণৱৰ চৰিত্ৰ।

## পদ।

জয় নমো কৃষ্ণ দেৱ প্ৰভু ভগৱন্ত।
কোটীবাৰ প্ৰণামোহো তযু চৰণত ॥
তাত পাছে শঙ্কৰৰ চৰণ বন্দোহো।
শিয়ালা বৈষ্ণৱৰ মই কথাক ৰচোহো ॥১
নজানো মিনতি মই মহা মূঢ়মতি।
তোমাৰ চৰণে যেন থাকে মোৰ ৰতি ॥
পাখা অনুৰূপে পক্ষী উৰিবে পাৰয়।
মোৰ ৰচনাও প্ৰভু জানা সেহি নয় ॥২
এতেকে মোহৰ দোষ ক্ষমিয়োক হৰি।
তযু ভকতৰ গুণ বৰ্ণাইবো যত্ন কৰি ॥
শুনা সৰ্ব্বজন কীৰ্ত্তি মহন্ত জনৰ।
যাৰ তেজ ভক্তি ধৰ্ম্ম প্ৰকাশে বিস্তৰ ॥৩
কামৰূপ অন্তৰ্গত দৰঙ্গ ৰাজ্যত।
আছিলেক বৰ ভূঞা বিপ্ৰৰ মধ্যত ॥
বাৰয় ভূঞাৰ মধ্যে ভূঞা শ্ৰেষ্ঠতৰ।
নানা ধৰ্ম্ম কৰ্ম্ম কাৰ্য্য কৰিছে বিস্তৰ ॥৪

প্ৰথমে আছিলা ঘৰ ভাটি দৰঙ্গত।
ৰবাবাৰী নামে গ্ৰাম প্ৰসিদ্ধ লোকত॥
তাতে এক দেৱ গৃহ বান্ধিলা ডাঙ্গৰ।
পাতিলেক সত্ৰ তাত অতি মনোহৰ।৫
ভকতসকলে কীৰ্ত্তনীয়া নাম দিলা।
তিনিও প্ৰসঙ্গে বহি ভক্তি আচৰিল॥
প্ৰভাত মধ্যাহ্ণ আৰু সায়হ্ণ সন্ধ্যাত।
কীৰ্ত্তন কৰন্ত তাত ই তিনি সন্ধ্যাত॥৬
তাহাৰ ঈশানে এক দৌলক বান্ধিলা।
বৰ দৌল নাম হৈ অদ্যাপিয়ো ৰৈলা॥
দৰঙ্গ মধ্যত যাৰ মহোৎসৱ আতি।
অদ্যাপিয়ো আছে যাৰ হেনয় কাৰিতি॥৭
বসন্ত কালত যাৰ দৃশ্য মনোহৰ।
যি দৃশ্যৰ মোহে প্ৰজা আহিলা বিস্তৰ॥
বহাগ মাহৰ যেবে এক দিন গৈলা।
অসংখ্যাত বাদ্য-ভণ্ড উৎসৱ মিলিলা॥৮
এহিদিনা বিপ্ৰবৰে সভা পাতিলন্ত।
প্ৰাতঃ কালত কৃত্য কৰ্ম্ম কৰিলন্ত॥
যেবে দিবসৰ পাছে দুই ঘটি গৈলা।
তাত পৰে বৰ ভূঁঞা দৌলক আহিলা॥৯
লৰিলা লগত বিপ্ৰ সন্ত মহাজন।
আম ডালি সবে ধৰ্ন্তা লৈলা নাৰীগণ॥

আনো যত দ্রব্য মানে পালিগণে নৈলা।
রং-ধেমালি করি সবে আনন্দে লরিলা ॥১০
দেউৰী, পূজাৰী আৰু কীৰ্ত্তনীয়াগণ।
ফল ফুল লৈয়া যায় দেখিতে শোভন ॥
মহা চন্দ্র তাপ নৈলা চামৰ সহিতে।
আগে পাছে প্রজাগণ চলে আনন্দেতে ॥১১
নৈলেক নগৰ এক দেখিতে সুন্দৰ।
মুখত আছয় মৎস্য অতি মনোহৰ ॥
এহিৰূপে দ্রব্য লৈলা ভাল ভাল চাই।
কতো বেলি পৰে ভূঁএগ্ৰাই দৌল পাইলা গই ॥১২
দৌল-খানি শুক্লবর্ণ করিয়া লিপিলা।
গঙ্গাৰ মৃত্তিকা জল তৈতে মিশ্র দিলা ॥
যেন শুক্ল মঠগোট দেখিতে সুন্দৰ।
আছি তেন কপ দৌল দৰজ ভিতৰ ॥১৩
তান পাছে দৌলত নগৰ তুলি দিলা।
চাৰিও কোণত কলপুলিক পুতিলা ॥
ঘট গছা ধূপ দীপ দিলা আমডালি।
ঠোক ভৰি কল গছ আছে হালি-জালি ॥১৪
ফুলসমে বৃক্ষ যত কইলা শাৰী শাৰী।
চাৰিও কাষৰে দ্রব্য থৈলা আৰি আৰি ॥
সিন্দুৰে মণ্ডিত কৰি মণ্ডপ সাজিলা।
মধ্যে তণ্ডুল গুৰি দিয়া বিচিত্র কৰিলা ॥১৫

এহিমতে দ্রব্য সব থৈলা স্তৱে স্তৱ ।
তুলিলা গোসাই পাছে বিপ্র জয়ধৱ ॥
প্রদক্ষিণ কৰি স্তুতি কৰিলা বিস্তৰ ।
লৈলা সিংহাসন তুলি মাথাৰ উপৰ ॥১৬
আগ হুয়া যান্ত ভূঁঞা চামৰ ধুলাই ।
সিংহাসনে তুলি নেন্ত ঈশ্বৰ গোসাঁই ॥
প্রতি থাকে গাতবাৰ ঘূৰিয়া উঠন্ত ।
অসংখ্য পালিয়ে তান নাম গুণ গান্ত ॥১৭
এহিমতে ঘূৰি গৈয়া উপৰক পাইলা ।
হৰি-ধ্বনি কৰি পাছে গোসাঁই নমাইলা ॥
কৰিলেক পূজা তৈতে বিবিধ সম্ভাৰে ।
নামিলা দৌলৰপৰা ভূঁঞা তাত পৰে ॥১৮
এহিমতে বিপ্রবৰে পূজাক পাতিলা ।
তাত পৰে মহা হোম যজ্ঞ আৰম্ভিলা ॥
বেদ নিধি বিপ্র সবে বিধি হাতে ধৰি ।
কৰাৰম্ভ হোম পাঠ মহা ৰঙ্গ কৰি ॥১৯
পূজা বলি সমাপণে বেলি জাটি দিলা ।
তাত পাছে কীৰ্ত্তনীয়াগণ তুলি দিলা ॥
যেবে কীৰ্ত্তনীয়াগণে কীৰ্ত্তন কৰন্ত ।
বাঢ়িল উৎসৱ তৈতে কহি নাপাই অন্ত ॥২০
চাৰিও দিশৰ প্ৰজা একত্রিত ভৈলা ।
সেহি দৌল ওচৰত সভাপাতি বৈলা ॥

প্ৰজাৰ ঘঞ্চালে মাত সুশুনি থিতৰ।
বাছৰ শবদে তাল মাৰিলা কৰ্ণৰ ॥২১
মহা কোলাহল চানি গৈলা দশোদিশ।
দেখিয়া ভূঁঞাৰ মনে মিলিলা হৰিষ ॥
এহিমতে সভাখান দিনান্তে আছিলা।
গধূলিকা সভা ভাঙ্গি প্ৰজা ঘৰে গৈলা ॥২২
প্ৰজাগণ চলি যেবে ঘৰাঘৰি গৈলা।
তেবে বৰ ভূঁঞাই আসি গোসাঁই নমাইলা ॥
সোৱঁৰি ফুৰাইয়া পাছে শোভা বিসৰ্জ্জিলা।
দান দক্ষিণা কৰি পাছে গৃহে চলি গৈলা ॥২৩
আত অনন্তৰে শুনিয়োক সৰ্ব্বনৰ।
যি কাৰণে পোৱা সত্ৰ নাম ভৈলা তাৰ ॥
তাহাৰ কাৰণ কিছু শুনাহা সম্প্ৰতি।
একদিনা ভূঞা বহি আছে সভা পাতি ॥২৪
সেহি সভাস্থলে এক সন্ন্যাসী আহিলা।
ভূঁঞাক দেখিয়া সিটো থিয় দিয়া ৰৈলা ॥
ভূঁঞা বোলে কৈৰ তুমি কহিয়ো সত্তৰ।
হাতে কমণ্ডলু দেখো চিহ্ন সন্ন্যাসীৰ ॥২৫
কিবা গৰু মানুহক মাৰহ কোবাই।
কমণ্ডলু ধৰি ফুৰ লোকক দেখাই ॥
সন্ন্যাস ধৰ্ম্মৰ তোৰ দেখাও প্ৰত্যয়।
যাতে সন্ন্যাসৰ মই পাওঁ পৰিচয় ॥২৬

হেনশুনি সন্ন্যাসীৰ ক্ৰোধ উপজিলা।
কান্ধ হন্তে ঝুলীখনি মাটিত ৰাখিলা॥
চেলাক বোলয় জল আনিও সত্বৰ।
মোহোৰ শকতি দেখাও চাওক নিৰন্তৰ॥২৭
হেন শুনি চেলা গোটে জল আনি দিলা।
জল লৈয়া সন্ন্যাসায়ে মন্ত্ৰক জপিলা॥
মন্ত্ৰ পঢ়ি জলাঞ্জলা চিতা মাৰিলন্ত।
বনে পৰি অগ্নি হৈয়া পুৰিয়া গৈলন্ত॥২৮
দেখি সামৰাজে পাছে বিস্ময় ভৈলন্ত।
ভূঞা বোলে ইটো একো নহয় অদভুত॥
ইটো সন্ন্যাসাৰ মন্ত্ৰ পাইলোহো আসয়।
জলক অগনি কৰা আচাৰিত নয়॥২৯
এহি বুলি জল খুজি লৈলেক হাতত।
মন্ত্ৰ পঢ়ি মাৰি দিলা হৰিৰ গৃহত॥
দপ দপ্ কৰি অগ্নি উঠিল জ্বলিয়া।
দেখে পুৰি যাই গৃহ ভস্মকৃত হৈয়া॥৩০
আৰু একাঞ্জলী জল আনি তাত পাছে।
কিনো কৰে বুলি সামৰাজে চাই আছে॥
মন্ত্ৰ পঢ়ি চিতা মাৰি জলক দিলেক।
সেহি জলে সিটো জুই নুমাই দিলেক॥৩১
দেখিয়া বিস্ময় ভৈলা প্ৰজা সমুহৰ।
সেই ধাৰ পোৰা নাম ভৈলেক সত্ৰৰ॥

হেন দেখি সন্ন্যাসীৰ মনে ভয় ভৈলা।
তাৰ পৰা উলটিয়া পশ্চিমক গৈলা ॥৩২
এহিমতে ৰৰভূঞা আনন্দতে আছে।
আৰু এক কীৰ্ত্তি কথা শুনা তাত পাছে ॥
সত্ৰৰ উত্তৰে আছে দাহি নামে গ্ৰাম।
একদিনা তথা প্ৰভু কৰিলে গমন ॥৩৩
দেখে পক্ষী এক তাত পৰিয়া আচয়।
পিউ পিউ বুলি সিটো আটাস পাবয় ॥
পক্ষী ৰব শুনি ভূঞা সুধিলা লোকত।
কিবা ইটো পক্ষী কিয় আটাস পাৱন্ত ॥৩৪
লোকে বোলে শুনিয়োক কথা অনুপাম।
পিঁপীয়া চৰাই জানা ইয়াৰেসে নাম ॥
জলক নাপায়া ইটো আতাস পাৱন্ত।
দেখা চৈত্ৰ মাস কৈতো জল নাহিকন্ত ॥৩৫
হেন শুনি ৰৰভূঞাৰ অসন্তোষ ভৈলা।
পক্ষী নাপাই জল কেনে অদভুত ভৈলা ॥
ইহাত এটি সৰোবৰ খুণ্ডিবো নিশ্চয়।
এহিবুলি জোখা পাতা কৰিলেক তয় ॥৩৬
দীৰ্ঘে প্ৰস্থে জৰি পৰাইলেক বিপ্ৰবৰ।
প্ৰজা গোটাই খাণ্ডিবাক দিলা সৰোবৰ ॥
চ'ত বহাগত সৰোবৰক খাণ্ডিলা।
বহাগৰ শেষে সৰোবৰ খাণ্ডা ভৈলা ॥৩৭

ফুটিলেক নলা জল উঠিলা সত্বৰ।
যেন নীলা মেঘ খণ্ড দেখি লাগে ভৰ।
পাৰত পৰিয়া জল পক্ষী সবে খায়।
এহিমতে সৰোবৰ খাণ্ডিলা ভূঞাঁই ॥৩৮
দৈবজ্ঞক আনি পাছে গণাইলা পুথুৰী।
গণি পৰি থৈলা নাম দীঘি দাগেশ্বৰী ॥
প্ৰতিষ্ঠা কৰিতে দিন দিলা আষাৰত।
শীত পক্ষ পূৰ্ণ তিথি হৈব যিদিনত ॥৩৯
আত অনন্তৰে শুনা যেন কথা ভৈলা।
সেহি সময়ত এক বিধিনি মিলিলা ॥
ৰবনদী পশ্চিমত্ত বঙাল ৰাজ্যত।
আছিলেক ৰজা এক সেহি সময়ত ॥৪০
অগাধ অৰণ্য সিতো আছিলা পূৰ্ব্বত।
গিৰি বাৰ ঘৰ আছিলেক সিবনত ॥
মেছ নামে জাতি সিটো কিৰাট অন্বয়।
তাৰ এক জন মোক্ষ্য সকলে মানয় ॥৪১
মেছৰ মধ্যত বৰ হাৰিয়া তাৰ নাম।
তান ঘৰে বীৰ এক লভিলেক জন্ম ॥
মহেশৰ বীৰ্য্যে জাত পৰম প্ৰবল।
ভূঞা সকলক মাৰি ফুৰে কৌতুহল ॥৪২
পশ্চিম দিশৰ ভূঞা মাৰি নিৰন্তৰ।
মাৰি ঢুকাইলন্ত ভূঞা কামৰূপৰ ॥

মাৰি ভূঞাঁ সব মানে বঙ্গ কৰিলন্ত।
বেহাৰত ৰাজ সিংহাসনে বসিলন্ত ॥৪৩
বিপ্র দেখিয়া সিটো ভূঞাঁক নামাৰিলা।
ৰাজ্য অধিকাৰ কৰি অধিপতি ভৈলা ॥
বিপ্র যে বদতি শুনিয়োক নৰেশ্বৰ।
ৰাজ্য ভাৰ আমি এৰি দিলোহো সত্বৰ ॥৪৪
সেয়েহে নামাৰি তেওঁক এৰিয়া গৈলেক।
বিপ্রক দেখি সিটো জনে দৰিলা পাপক ॥
এহিসে কাৰণে বৈলা পুখুৰী তেময়।
নভৈলা প্রতিষ্ঠা নিয়ম কাৰণ নিশ্চয় ॥৪৫
শুনা সর্ব্বজন পাছে যেন কথা ভৈলা।
গুছিল বিষয় বাব বিপ্র মাথো বৈলা ॥
হেন দেখি অসন্তোষ কৰে বিপ্রবৰ।
আছিল বিষয় মোৰ অনেক কালৰ ॥৪৬
ভার্য্যাক বোলন্ত প্রিয়ে শুনিয়ো বচন।
উত্তৰক লাগি আমি কৰোহো গমন ॥
ইঠাৱত বিঘ্নি বৰ বঞ্চিতে নপাৰি।
উত্তৰক চলি যাওঁ ইটো গৃহ চাৰি ॥
এহিদৰে ভার্য্যা সমে আলোচ কৰিলা।
ৰাতি অবসানে পাছে উত্তৰে চলিলা ॥
ভৃত্যাদি চাকৰ যত লগত গৈলন্ত।
এহিমতে গৈয়া এক অৰণ্য পাইলন্ত ॥৪৮

গিৰিৰ সঞ্চাৰ কিছু নাহিকে তাহাত ।
অগাধ অৰণ্য সিটো দৰঙ্গ মধ্যত ॥
দিন মানে আহি সিটো অৰণ্যক পাইলা ।
আছে এক গোট গড় উত্তৰে দেখিলা ॥৪৯
তাতে এক বৃক্ষ আছে দেখিলন্ত গই ।
ফিৰাইলা সকলো প্রজা সিটো স্থানে ৰই ॥
সমস্তকে চাই বিপ্রে বুলিলা বচন ।
এহি ভাল মাটি গৃহ সাজা এতিক্ষণ ॥ ৫০
বৰ বৰ বৃক্ষ লতা আছে অপর্য্যন্ত ।
আক কাটি গৃহ সব সাজা বুলিলন্ত ॥
দেখা প্রজাগণ এক নদী পশ্চিমত ।
হেনয় আশ্রম কৈত নাহি দৰঙ্গত ॥৫১
হেন শুনি প্রজাগণে গৃহক বান্ধিলা ।
এহিমতে ভূঞা তৈতে আনন্দে ৰহিলা ॥
এগুটি ভক্তৰ নাম গবেই আছিলা :
একদিনা সিটো খৰি লুৰিবাক গৈলা ॥৫২
উত্তৰৰ মুখে গৈয়া গড়ত উঠিলা ।
একগোট সর্প সিটো তহিতে দেখিলা ॥
সর্প গুছি ভৈলা পাছে মৎস্য একগোট ।
দাদৰি ফুৰয় সিটো কৰিয়া আস্ফোট ॥৫৩
হেন দেখি ধৰিবাক লাগি মন কৈলা ।
লাহে লাহে গৈয়া তাৰ ওচৰ চাপিলা ॥

চেও চাই ফৰ্ম্মুতি মাৰিলা টান কৰি।
ফৰ্ম্মুতি পৰিয়া মৎস্য গোট গৈলা মৰি ॥৫৪
মৎস্য যদি মৰিলেক ধৰিবাক গৈলা।
গড় সমন্বিতে সিটো লৰিবে লাগিলা ॥
আনো অসংখ্যাত মায়া দেখিলা বিস্তৰ।
হেন দেখি শ্ৰান্তিহত ভৈলেক তাহাৰ ॥৫৫
ঢলি পৰিলেক সিটো ৰাখন্তা কোনো নাই।
মৰিয়া ৰহিলা সিটো সহায় হৰায় ॥
এহিমতে সিটো তৈতে মৰিয়া ৰহিলা।
দিন বহি গৈলা সিটো গৃহক নাহিলা ॥৫৬
নহা দেখি ভূঞাঁই পাছে বিচাৰ লৈলন্ত।
বিচাৰিবে লাগি অইন ভৃত্য পঠাইলন্ত ॥
পশিলা অৰণ্যে সিটো বিচাৰি বিচাৰি।
দেখিলেক গৈয়া সিটো আছে মৰি পৰি ॥৫৭
যিহেতু গৰেই ভৃত্য গড়ত মৰিলা।
সিহেতু গড়ৰ নাম গৰাইমাৰা ভৈলা ॥
শুনা সৰ্ব্বজন কথা মহন্ত জনৰ।
ইটো বংশাৱলী কথা বৈষ্ণৱ বিপ্ৰৰ ॥৫৮
আমি অধমৰ মুখে প্ৰচাৰ ভৈলন্ত।
ক্ষমিবাহা দোষ মোৰ বৈষ্ণৱ মহন্ত ॥
মই অতি মূঢ়মতি অজ্ঞানী পামৰ।
তথাপিতো লেখিলোহো চৰিত্ৰ ভক্তৰ ॥৫৯

মুৰ্খ জানি নিন্দা নকৰিবা কদাচিত।
যিহেতু নহওঁ মই স্বভাবে পণ্ডিত॥
মুৰ্খক নিন্দিলে পণ্ডিতেসে লাজ পাই।
আপুনিহে লাজ পাইবা মোৰ জ্ঞান চাই॥৬০
কহিছোঁ পূৰ্ব্বতে নোহো ভৃত্যৰ সমান।
নিন্দিলেও নাই মোৰ লাজ অপমান॥
শুনা সৰ্ব্বজন কৰা হৰিত ভকতি।
তেবেসে তৰিবা সুখে সংসাৰ দুৰ্গতি॥৬১
মিছা আল জাল মায়া ধন জন যত।
মৰিলে নাযায় লগে জানা স্বৰূপত॥
হৰিৰ ভকতি মাত্ৰ লগৰ সহায়।
ধন জন বিত্ত ঐতে ৰহিবেক চায়॥৬২
পুত্ৰ দাৰা দেখা যত মায়া অদভূত।
মৰি গৈলে কোনো জন নাযায় লগত॥
তাত পাছে ৰঙ্গে ঢঙ্গে থাকিব গৃহত।
এতেকেহে মিছা মায়া এৰিয়ো মনত॥৬৩
একান্ত হৰিৰ নাম লোৱা দৃঢ় কৰি।
অন্তত মুকুতি পাইবা মায়াক সংহাৰি॥
আকে জানি হৰি ভকতিক সাৰ কৰা।
ৰাম ৰাম বুলি সুখে সংসাৰক তৰা॥৬৪

## তুলড়ী।

শুনা সর্ব্বজন করি এক মন
পাছে যেন কথা ভৈলা।
এহিমতে তৈতে সিটো বিপ্রবর
দরঙ রাজ্যত রৈলা॥
কত দিন তৈতে থাকি ভূঞা দেৱে
মনে সাৰ কৰিলন্ত।
ভাৰ্য্যাক সম্বোধি প্ৰতিজ্ঞা কৰিয়া
কৈলা তান ইচ্ছা যত॥৬৫
শুনিয়োক প্ৰিয়া কথা মন দিয়া
মোৰ মনে যিটো ভৈলা।
কৰিলোঁ বিষয় ভোগ মানে যত
এহিমানে সাঙ্গ ভৈলা॥
এৰি আন মন বিষয় ভাবনা
পশ্চিমক লাগি যাওঁ।
কত পুণ্যে ইটো নৰতনু পাইলোঁ।
গঙ্গা দৰিশণ হওঁ॥ ৬৬
অসংখ্যাত তীৰ্থ আছয় পশ্চিমে
আছে ভক্ত অসংখ্যাত।
সমস্তকে গ্ৰাণি চৰণ বন্দিয়া
ফিৰি আসো বছৰত॥

বৰিষেক থাকি গৃহক আসিবো
চিন্তা নকৰিবা মনে ।
অসংখ্যাত পুণ্য তীৰ্থত স্নানিলে
মুক্ত ভক্ত দৰিশণে ॥৬৭

মনুষ্য হৈবাৰ এহিমানে সাব
ফল জানা স্বৰূপত ।
যাগ যোগ তীৰ্থ ব্ৰত দান কৰি
সেৱে হৰি চৰণত ॥
আতপৰে জানা আন কৰ্ম্ম নাহি
মনুষ্যৰ মুখ্য ধৰ্ম্ম ।
লৌকিক আচাৰ কৰিবে লাগয়
ইসে তীৰ্থ ধৰ্ম্ম কৰ্ম্ম ॥৬৮

আত্মাৰূপা এহি ঈশ্বৰ হৰিত
সবাকে অৰ্পণা কৰি ।
একবিনে নাই দুতয় ঈশ্বৰ
চিন্তা সেহি দেৱ হৰি ॥
শুনা সৰ্ব্বজন কৰি এক মন
শুনা সেহি কৃষ্ণ কথা ।
হৰি ভক্তি যিটো চিত্ত শুদ্ধ কৰে
তাৰ নাহি অন্যথা ॥৬৯

আকে অনুমানি বিনে ৰাম বাণী
অমূল্য ৰতন নাই ।

ধনী কি দৰিদ্ৰ যতেক মনুষ্য
জানিয়া ভজিও তাই ॥
হৰি ৰাম হৰি বোলা দৃঢ় কৰি
হৈবেক পন্থ মুকল ।
মৰিবা মৰিবা যাতনা ভুঞ্জিবা
লগতে আছয় কাল ॥ ৭০
হেন জানি সবে ভকতি আচৰা
মাধৱক শ্ৰেষ্ঠ ধৰি ।
তাহাৰ অলাভ নাহি কদাচিত
বশ হৈবো তান হৰি ॥
ব্ৰহ্মায়ে প্ৰাৰ্থয় হেনয় হৰিক
এৰি কৰা কোন কাম ।
খণ্ডোক দুৰ্গতি মিলোক মুকুতি
ডাকি বোলা ৰাম ৰাম ॥ ৭১ ।



## পদ ।

শুনা আত অনন্তৰে যেন কথা ভৈল ।
এহি ৰূপে বিপ্ৰে কথা ভাৰ্য্যাত কহিলা ॥

সুৰতী দুৰতী (ক) দুই ঘৰিণী বিপ্ৰৰ।
জ্যেষ্ঠ ভাৰ্য্যা কুণ্ডতৰা অতি প্ৰিয়তৰ ॥ ৭২
কনিষ্ঠা ঘৰিণী চাণ্ড তৰা মহা সতী।
স্বামীৰ সম্ভোগে তেহো ভৈলা গৰ্ভৱতী ॥
কুণ্ডতৰা সমে ভূঞা আলোচ কৰিলা।
ধন জন দ্ৰব্য মানে তান হাতে দিলা॥ ৭৩।
বৰিষেক থাকি মই আসিবো গৃহক।
ৰাখিবা যতনে ধন জন সমস্তক ॥
আৰু এক কথা কওঁ শুনিওক মনে।
গৰ্ভৱতী নাৰী তাক ৰাখিও যতনে ॥ ৭৪।
কৰিবা ৰক্ষন কিবা পুত্ৰ জীউ হয়।
এহি বুলি সমস্তকে অৰ্পিলা নিশ্চয় ॥
আত অনন্তৰে যাত্ৰা কৰি বিপ্ৰবৰ।
গঙ্গা স্নানে চলিলেক হৰিষ অন্তৰ ॥ ৭৫।
দুৰ্গম অৰণ্য পথ অতিকৈ দুষ্কৰ।
পথে ঢাং ঢিং (খ) আদি আছয় বিস্তৰ ॥
কান্ধে ঝুলি পিঠিকালে বোকোশালী (গ) লৈলা।
সন্ন্যাসীৰ বেশ ধৰি গঙ্গা স্নানে গৈলা ॥ ৭৬।

(ক) লাগী, অলাগী।
(খ) ঠগ ডকাইত।
(গ) মোকোচা।

শুনা সৰ্ব্বজন এহিমতে চলি যাই।
কত দিন অন্তে গঙ্গা পাইলেক গই ॥
অনেক প্ৰবন্ধে গঙ্গা পাৰ ভৈলা গৈয়া।
অসংখ্যাত ঢাং ঢিং পৰ্ব্বত এৰায়া ॥ ৭৭।
কত দিনে পাইলা গৈয়া গঙ্গাৰ কাষৰ।
তীৰে তীৰে আছে দেখে ব্ৰাহ্মণ বিস্তৰ ॥
তাৰ এক ব্ৰাহ্মণৰ গৃহত ৰহিলা।
তান সমে মিত্ৰ কৰি পীৰিতি কৰিলা ॥ ৭৮।
তাত অনন্তৰে পাছে গঙ্গা স্নান কৈলা।
কতো দিন ৰঙ্গে ধঙ্গে তথাত ৰহিলা ॥
পিতৃ সকলৰ প্ৰেত কাৰ্য্য কৰিলন্ত।
গঙ্গা স্নান কৰি পিণ্ড দিলন্ত গয়াত ॥ ৭৯।
এহিৰূপে ভ্ৰমন্তে ভৈলন্ত বাৰ মাস।
গৃহক আসিলা ফিৰি মনত উল্লাস ॥
এহিমানে তান কথা শেষ কৰি থওঁ।
গৃহে যেন ভৈলা তাৰ কথা কিছু কওঁ ॥ ৮০॥
যেবে বিপ্ৰবৰ গঙ্গা স্নানিবাক গৈলা।
সেই মাসে গৃহে ঐতে পুত্ৰ খানি ভৈলা ॥
শুনা সৰ্ব্বজন কথা বিপৰীত বৰ।
দেখিবেক চাৰি কৰ্ণে শুনি লাগে ডৰ ॥ ৮১।
মানুষৰ ইতো কৰ্ম্ম নুহি কদাচিত।
বিপৰীত কৰ্ম্ম শুনি লাগে ভয় ভীত ॥

চাণ্ডতৰা সতী যেবে গৰ্ভৱতী ভৈলা।
তাহান গৰ্ভত এক সাধু বাসা লৈলা ॥ ৮২।
মহা তেজী বলী সিটো ভক্ত কৃষ্ণৰ।
যাৰ যশ কীৰ্ত্তি বৈলা যুগ যুগান্তৰ ॥
শুনা সৰ্ব্বজন পাছে যেন কথা ভৈলা।
মাঘ মাসা যেবে শুভ দিন আসি পাইলা ॥৮৩।
দিন অবসানে পাছে ৰাত্ৰি আসি ভৈলা।
চায়ালৰ জন্ম ক্ষণ আসিয়া মিলিলা ॥
চাণ্ডতৰা বোলে বাই শুনিঔ বচন।
আজি দেখোঁ গাৰ থানিৰ নাপাওঁ উমন ॥৮৪॥
সজাগে থাকিবা আনা নাৰী ভাল চাই।
লৰিলেক গাৰ মোৰ শুনিয়োক বাই ॥
নাহি পৰা কোনো দিন হেনয় পালাত।
ভয় লাগি আছে বাই কহিলো তোমাত ॥৮৫।
হেন শুনি কুণ্ডতৰা সুৱতী বিপ্ৰৰ।
আপোনাৰ মনে মনে গুনিলা বিস্তৰ ॥
যদি পুত্ৰ হৱে তেবে অকাৰ্য্য মিলিবো।
পুত্ৰৱতী ভৈলে তাইক দেখিবে পাৰিবো ॥৮৬।
পুত্ৰ হৈলে ফল ধৰে নাৰী সকলৰ।
এতেকে সুৱতী হৈব তাইযে বিপ্ৰৰ ॥
এহি বুলি মনে সাৰ কৰিলন্ত গুনি।
আনিলেক বৃদ্ধা চাই নাৰী পাঁচজনী ॥ ৮৭।

ঔষধি[illegible] আৰু কথা নাভাঙ্গয়।
হেন [illegible] বুঢ়ী আনিলা মতায়॥
কুণ্ডৱা [illegible]বোলে শুনিয়োক বুঢ়ীগণ।
কথা কহোঁ অভ্যন্তৰে চলা এতিক্ষণ॥ ৮৮।
ভিতৰক গৈলা যদি বুঢ়ী পাঁচজনী।
পাছে পাছে কুণ্ডৱা চলিলা আপুনি॥
অভ্যন্তৰে যাই পশিলেক যেতিক্ষণ।
বুঢ়ী সকলক চাই বুলিলা বচন॥ ৮৯।
মোৰ কথা মন দিয়া শুনিবি ভইঁতে।
পুত্ৰ হৱে যদি এইৰ পেলাবি বনতে॥
আৰু কথা শুনা যদি জীউখানী হয়।
নেপেলাবি বনে তাক কহিলোঁ নিশ্চয়॥ ৯০।
নকৰিবে একো অল্প দিবস থাকিবে।
দশ বাৰ বৰিষত পৰ ঘৰে যাইবে॥
এহিবুলি গোপ্য কৰি কথাক কহিলা।
পাঁচৰো অঞ্চলে পাঞ্চকুৰি টকা দিলা॥ ৯১।
বুঢ়ীবোলে আৰু এক কথা কহো আই।
মাকে যদি ছাৱা দেখে কেমন উপায়॥
কেমনে পেলাইবো নিয়া বনৰ ভিতৰে।
মাকে যদি সোধে দিবো কেমন উত্তৰে॥৯২।
কুণ্ডৱা বোলে শুনা কথা কহো মই।
চক্ষুত কাপোৰ তাইৰ বান্ধিবে লাগয়॥

চাহিবে নালাগে তই ডৰাই (ক) মৰিবা।
চকুত কাপোৰ বান্ধো নিসাৰি (খ) [illegible] ॥ ৯৩।
অলিন্দ আজলি তাই একোকে [illegible]।
খুলিবে কাপোৰ বান্ধা তৰাত যেনে ॥
পুত্র যদি জন্মে তেবে পেলাবি-বনত।
তাৰ পাচে যি কৰিবি শুন কথা যত ॥ ৯৪।
শেষে সুস্থ হৈবে তাই গাৱক এবাই।
কি হৈল মোহোৰ বুলি সুধিবেক তাই ॥
শেষ ভাগে পৰা ফুল চকুত ভৰাইবি।
এয়েসে জন্মিল বুলি তাইক দেখাইবি ॥ ৯৫।
এহি কথা আলচ কৰিলা ভিতৰত।
পাকচলা বুঢ়া বাজে কেওঁ নাহিকন্ত ॥
এহি থিৰ কৰি বাক্য শুনাইলা তেখন।
চলি গৈলা চাণ্ডৰা আছে যেহিস্থান ॥ ৯৬।
চাণ্ডৰা যাই বসিলেক ওচৰত।
চাণ্ডৰাৰ আগে গই কথা কহিলন্ত ॥
কহিয়ো গাৱৰ তোৰ পাৰা সকল।
আনি আছোঁ পাকবুঢ়ী কাষাত কুশল ॥ ৯৭।
তেনশুনি বুঢ়াইতে সুধিবে লাগিলা।
কহিয়োক আই তয়ু গাৱ কেনে ভৈলা ॥

---

(ক) ভয় খোৱা।
(খ) অক্ষৰ উচৰ হৈ, সাৰি শবদ নকৰাকৈ।

কুণ্ডতৰা বোলে বুঢ়ীইত সোধ ভাল কৰি।
পৰিআছে দেখা কেনে গাৱে নাহি সাৰি ॥ ৯৮।
অল্পবুদ্ধি আমাসাৰ জানা বুঢ়ীইত।
অনেক ঠাইত ফুৰি আছা স্বৰূপত ॥
মোত কোনো কথা সুধিবাক নালাগয়।
নতুন মানুহ মই দেখা পোৱা নাই ॥ ৯৯।
মোৰ কথা কওঁ শুনা বুঢ়া পাঞ্চ জনা।
অপযশ লাগিবেক সবে আছোঁ জানি॥
স্বামীৰ ছুৱতী ভাই জানা নিৰন্তৰ।
আকে জানি মই তাইৰ নাচাপোঁ ওচৰ ॥১০০।
স্বভাৱ ধাৰনা একো নপাওঁ নিশ্চয়।
আকে জানি দূৰে মই থাকিবে লাগয় ॥
কিবা মৰা কিবা জীয়া গৰ্ভৰ ভিতৰ।
কোনে জানিবেক আই কথা ভিতৰৰ ॥ ১০১।
লোক অপবাদৰ লাগয় মোৰ ভয়।
আকে জানি ছাৱালক দেখিও নোচায় ॥
হেন শুনি বুঢ়ীগণে হাসিলা বিস্তৰ।
সতিনীৰ পুত্ৰ কৈলে হয় আপোনাৰ ॥ ১০২।
মৰিলে কৰিবে কাৰ্য্য দিবে পিণ্ড জল।
পিতৃ মাতৃৰ প্ৰেত কাৰ্য্য কৰিবে সকল ॥
এৰাইবে নোৱাৰে তাক জানোহো নিশ্চয়।
আকে জানি দয়া তাক কৰিবে লাগয় ॥ ২০৩।

শুনি কুণ্ডবা বোলে হৰি হৰি আই।
উপকাৰী জনে জানা অপযশ পাই ॥
এতিয়াৰ মানুহৰ চিত্ত যেন মত।
উপকাৰ কৰিলেও নাহিকে মনত ॥ ১০৪।
তাহাতে বোলাহা মোৰ চিত্ত আছা পাই।
আনে সুবুদ্ধিৰে গালি পাৰিবে নিশ্চয় ॥
বুলিলেক স্বামী তাইৰ ঘৰত নাছিলা।
কিবা মৰা কিবা জীয়া ছাৱাল জন্মিলা ॥ ১০৫।
দুৰন্তীৰ পুত্ৰ হৈবে দেখি তাইৰ মনে।
মাৰিলেক কিবা কৰি জানিবেক কোনে ॥
এতিয়াৰ মনুষ্যে কহিবোহো আক।
মোৰ চিত্ত কেনে কোনে দেখিবেক তাক ॥১০৬।
পুত্ৰতো অধিক তাক কৰিবোহ স্নেহ।
তাত হন্তে পাইবো পাছে পৰম সন্তোহ ॥
আমাৰ মনত আই হেন মনে লয়।
সতিনীৰ পুত্ৰ নোহে মেহোৰ তনয় ॥ ১০৭।
এহি কথা থাকোক শুনিয়ো বৃদ্ধা নাৰী।
যাতে নডৰাই তাক কৰা যত্ন কৰি ॥
দুখ যেন নাপাৱয় ৰাখা ভাল মতে।
কেমন উপায় তাৰ কহিয়ো আমাতে ॥ ১০৮।
নাৰী সবে বোলে শুনিয়োক মোৰ আই।
নডৰিবাৰ কিছুমান আছয় উপায় ॥

বুঢ়ী বোলে চাগুতৰা শুনিয়োক তই।
প্ৰসৱ বেদনা কথা কহিয়োক আই॥ ১০৯।
চাগুতৰা বোলে শুনিয়োক বুঢ়ীগণ।
ছাৱাল জনমা বিষ পৰিলা এখন॥
বৃদ্ধা ভৈলি তোৰা ধৰ্ম্ম কৰ্ম্মক জানাস।
আমি শিশু মতি বুলি নকৰা বিশ্বাস॥ ১১০।
নাৰীৰ পিয়ান জানা পুৰুষৰ ৰণ।
পাপ পুণ্য ধৰ্ম্ম কৰ্ম্ম জানাস সঘন॥
এহি কথা কহি মৌন ভৈলা বৰ নাৰী।
প্ৰসৱ বেদনা বিষ সহিতে নাপাৰি॥ ১১১।
দোঙ্গা দঙ্গি মোৰা মুৰি (ক) কৰি বাগৰয়।
হেন দেখি বুঢ়ী কুগুতৰাক বোলয়॥
শুনিয়োক কুগুতৰা আমাৰ বচন।
বস্ত্ৰ দিয়া ঢাকো চকু নেদেখা যেমন॥ ১১২।
হেন শুনি কুগুতৰাই বুলিলা বুঢ়ীক।
যিটো ভাল হয় কৰা মোতে সোধা কিক॥
পূৰ্ব্বতে কহিছোঁ মই নাজানো উপায়।
যিতো ভাল বুজা কৰা মই থাকো চায়॥ ১১৩।
আৰু এক কথা কহোঁ শুনিয়ো কাৰণ।
তাইত শুধি দুৰ্যশক এৰায়ো এখন॥

---

(ক) গাৰৰ হাত ভৰি আদি ভাঙি মোচৰি জনা।

বান্ধিবে নেদয় কিবা শোধা ভাল কৰি।
নভৰিব যদি তাই কতা শীঘ্র কৰি ॥১১৪।
বুঢ়া বোলে চাণ্ডতাৰা শুনিয়ো বচন।
চক্ষুত কাপোৰ বান্ধোঁ নেদেখা কাৰণ ॥
নভৰি পাকাতা যদি নাবান্ধোঁ নিশ্চয়।
কহিয়ো সত্বৰে বিলম্বত কায্য নাই ॥১১৫॥
চাণ্ডতৰা বোলে শুনিয়োক বুঢ়াগণ।
কৰিয়ো উপায় ভাল মত হয় মেন ॥
হেন শুনি একজনী বুঢ়া উঠি গৈলা।
আনিয়া দুৰ্গতি বস্ত্র চক্ষুত বান্ধিলা ॥১১৬।
মেৰাই মেৰাই বান্ধে দৃঢ় সাত বাৰ।
সাতে নেদেখয় যাকে ছাৱাক (ক) তাহাৰ ॥
এহিমতে বস্ত্র বান্ধি আছিনেক চাই।
বৈধা ৰ তাও ধৰি আছে চাণ্ড সাই ॥১১৭॥
আত অনন্তৰে শুনা যেন কথা ভৈলা।
তিনি গোটা হাসি আসি গাত্র কম্পি গৈলা ॥
একধাৰি চকু লোৱা মাটিত পৰিলা।
বিস্ময় মানিয়া তাৰা চাহিয়া আছিলা ॥১১৮॥
আৰু এক বিমঙ্গল ভৈলা বিপৰীত।
অসংখ্য শৃগাল আইলা গৃহ চতুৰ্ভিত ॥

---

(ক) সন্তানক।

বেৰীয়া আৰাৱ কৰে বিপৰীত ৰব।
কুকুৰৰ ভুকু তাতে দেখি লাগে ভৰ ॥১১৯॥
ডোভাগ চাৰিয়া যেবে চাৰি দণ্ড গৈলা।
সেহি সময়ত ছাৱালৰ জন্ম ভৈলা॥
যেতিক্ষণে ছাৱা জন্মি পৰিলা মাটিত।
এক বুঢ়ী থাপ্প দিয়া ধৰিলা মুখত ॥১২০॥
আৰু এক বুঢ়ী গৈয়া ছাৱালক চাইলা।
দেখে জীউ সুহি সিটো পুত্ৰ উপজিলা॥
কহিলেক গোপ্য কৰি কুণ্ডৰ আগত।
সুহিকন্ত জীউ আই পুত্ৰ উপগত ॥১২১॥
হেন শুনি কুণ্ডৰা আথেবেথে কৰি।
দুই গোটা থালি চক্ৰ আনি দিলা লৰি॥
ভৰায়োক শীঘ্ৰ কৰি অবে বুঢ়ী তই।
চকুৰ ঠাৱৰে কহে গাকে সুশুনয় ॥১২২॥
চকুৰ ঠাৱৰ বুজি এক গোটা বুঢ়ী।
চক্ৰত ছাৱাল ভৰাই লৈলা গোপ্য কৰি॥
মায়েকক ধৰি থাকিলেক দুইজনী।
ছাৱালক লৈয়া লৰিলেক তিনিজনী ॥১২৩॥
অন্ধকাৰ ৰাত্ৰি দিশ বিদিশ নপাই।
উত্তৰক মুখে ছাৱালক লৈয়া যায়॥
হৰি হৰি কিনো ভৈলা নিৰ্দ্দয় চৰিত।
হেন ছাৱালক নিয়া পেলায় বনত ॥১২৪॥

৩

সুকোমল ছাৱা গুটি পৰম সুন্দৰ ।
যেন পদ্মফুল গুটি চকৰ ভিতৰ ॥
চাৰু চক্ষু মুখ পদ্ম দেখন্তে তৃপিতি ।
কোনে নাকান্দিবে তাৰ দেখিয়া বিপত্তি ॥১২৫

কুল কুনি গুনি মাত্র চকৰ ভিতৰ ।
এক জোপা ফুল আছে পাইলা তাতপৰ ॥
দেখে অন্ধকাৰ ঝাড়ি (জ) বিপৰীত বৰ ।
চকগুটি থৈয়া নিয়া তাহাৰ ভিতৰ ॥১২৬॥

নামত কেতকী ফুল চোপা বিপৰীত ।
কতো দূৰ জুৰি আছে লতায়ে সহিত ॥
ভিতৰ কৰিয়া তৈতে চকগুটি থৈলা ।
তৈবপৰা তিনি বুঢ়ী উলটি আসিলা ॥ ১২৭

দেখা সভাসদ কিনো কাৰ্য্য অদভুত ।
যিহেতু বৈষ্ণৱ তান কথা আচৰিত ॥
তাতেসে ৰহিলা প্ৰাণ হৰিৰ কৃপাত ।
ৰহিবে লাগয় কীৰ্ত্তি ইটো জগতত ॥১২৮॥

মহা তেজ বীৰ্য্য লৈয়া পৃথিবীক আইলা ।
ঈশ্বৰৰ প্ৰিয় যাতো তাতে নমৰিলা ॥
যেহেন পুতনা দিলা বিষ স্তন পাণ ।
পুতনাক বধি হৰি ৰাখিলা পৰাণ ॥১২৯॥

---

(জ) লতাপাতা আদিৰে ঘোপমৰা এন্ধাৰ ঠাই ।

ঈশ্বৰক হিংসা কৰে যিটো দুষ্টজনে ।
মৰিবে আপুনি তাক নজানয় মনে ॥
জানিবাহা এই দুষ্টা নাৰীসকলৰ ।
আগে ভাল দেখে পাছে হৈবে অথন্তৰ ॥১৩০
শিশুক ৰাখিলা হৰি ভকতিৰ বলে ।
বঞ্চিলা বৰিষ গৰ্ভে মহা কুতুহলে ॥
সৰ্প ও শৃগাল সমে ডাঙৰ হৈলন্ত ।
দেখা কেনে ভকতিৰ বল অপৰ্য্যন্ত ॥১৩১।
আকে জানি সৰ্ব্বলোক মনথিৰ কৰা ।
পৰকাল বিত্ত হৰি নাম ডাটি (ঝ) ধৰা ॥
ইহজন্মে ৰক্ষা কৰি থাকিবেক হৰি ।
কৃষ্ণৰ চৰণে যিটো ভক্তি থাকে কৰি ॥১৩২।
শুনা সৰ্ব্বজন দোষ নধৰিবা মোৰ ।
কিবা অৰ্থ হৈলা কিবা নহৈলা ইহাৰ ॥
আমি শিশু অল্পমতি শাস্ত্ৰ জ্ঞান নাই ।
আকে জানি দোষ মোৰ ক্ষমিতে জুৰাই ॥১৩৩।
স্বভাৱতে ইতো কথা তাহানি কালৰ ।
কিছু মুঠ কথা আছিলেক মহন্তৰ ॥
কৰিয়েসে এনে কাৰ্য্য কৰিবে লাগয় ।
কথাৰূপে মুঠ জানা আছিলা নিশ্চয় ॥ ১৩৪

---

(ঝ) ডাঠমনে, সুদৃঢ় ভাবে ।

মহা মহা কবিসবে কবি কৃত্য কৈলা ।
তাক দেখি অধমক মনে ইচ্ছা ভৈলা ॥
হস্তিৰ লাদক দেখি শশা মার্গ ফাৰে ।
সেহিমত পটন্তৰ জানিবাহা মোৰে ॥১৩৫॥
সিংহৰ কর্ম্মক বাঞ্চো শৃগাল যে হুই ।
স্বভাৱতে ইটো কার্য্য মোহোৰ নহই ॥
স্থিতি হৈলা বাগেশ্বৰী মোহোৰ কণ্ঠত ।
পৰমাত্মা ৰূপে তুমি আছা স্বৰূপত ॥১৩৬॥
তোমাৰ কৃপাত ইটো মহন্তৰ কৃত্য ।
যাৰ কর্ম্ম শুনি লোক হয় সচকিত ॥
আকে জানি সর্ব্বলোকে ক্ষমিয়োক দোষ ।
কৃষ্ণ কথা শুনি কৰা চিত্তক সন্তোষ ॥
মাধৱৰ নাম ধৰি তৰা যতলোক ।
একবা বিশ্বাস কেৱে অইন দেৱত ॥
মু.গ নাম হৃদিৰূপ হস্তে কৰা কাম ।
ধৰা সংসাৰৰ তাপ বোলা ৰাম ৰাম ॥১৩৮

## ছুলড়ী ।

আত অনন্তৰে শুনা সর্ব্ব নৰে
পাছে যেন কথা ভৈলা ।

যেবে বুঢ়ীগণে ছাৱালক থই
মাকৰ গৃহে পশিলা ॥
কুণ্ডভৰাই পাছে ঘি কাৰ্য্য কৰিলা
শুনিয়োক আভপৰ।
যেবে ফুল আইলা চকত ভৰাইলা
থৈলা যত্ন কৰি বৰ ॥ ১৩৯
যেবে বুঢ়ীগণ ওভতি আসিলা
সবে এক লগ ভৈলা।
ভাত পাছে সবে কোৱা কুই কৰে
কিন্তু অদভুত ভৈলা ॥
শুহি জল স্থল বিপৰীত বৰ
আতি ভৈলা অদভুত।
সি ভৈলা সি ভৈলা চক্ষুৰ কাপোৰ
গুচায়োক ই বেলাত ॥ ১৪০
হেন শুনি এক বুঢ়ী উঠি গৈলা
বস্ত্ৰক খুলিবে মনে।
সাতো যে তৰপ চক্ষুৰ কাপোৰ
গুচাইলা বুঢ়ী তেখনে ॥
শুনিয়োক আই বিধাতা বিমুখ
হৈয়া তোহোক বঞ্চিলা।
শুহি পুত্ৰ জীউ অদভুত বৰ
কিবা সোপা উপজিলা ॥ ১৪১

এহিবুলি আনি চক্ষক দেখাইলা
পত্রখানি গুচুৱাই।
এহিসে জন্মিলা তোহোৰ গৰ্ভত
দেখিয়োক এবে আই॥
হেন শুনি চাণ্ডই বুঢ়ীক বোলই
মোৰ যিবা কৰ্ম্ম গতি।
তোমাসাত কোনো দোষ নাহিকয়
শুনিয়ো বুঢ়ী সম্প্ৰতি॥ ১৪২
ঈশ্বৰৰ ইচ্ছা নোহে আনা মিছা
ভুঞ্জয় কৰ্ম্মৰ ফল।
যাৰ যিবা হৈব বিধাতাৰ লিখনে
এতেকে দোষো কপাল॥
শুনা সৰ্ব্বজন কেদিন জীৱন
কহিতে মিলে মৰণ।
নিৰন্তৰে সবে ৰাম ৰাম ৰাম
ঘুষিয়োক অনুক্ষণ॥ ১৪৩

# ছবি।

এহিমানে কথা যত গৃহৰ সমাপ্ত(ক) ভৈলা
শুনা ছায়ালৰ পাছ কথা।

---

(ক) সমাপন, শেষ।

যেবে ছাৱালক সেহি বনৰ ভিতৰে থৈয়া
বঙ্গে বুঢ়াগণ আইলা এথা ॥
তাত অনন্তৰে শুনা যেন কথা ভৈলা সিটো
মহা ঘোৰ অগাধ বনত।
বিপদ বাৰণ হৰি শিশুৰ সহায় হৈয়া
ৰাখিলেক ঘোৰ অৰণ্যত ॥ ১৪৪
তিনিগোটা ছাৱা সমে একজনী শৃগালিনী
আছে সেহি ঝাহিৰ ভিতৰে।
আৰু এক সর্প বৰ দেখি যাক লাগে ভৰ
কালান্তক যম সমসৰে ॥
মেঘ যে দয়াৰ নামে থাকে সিটো সেহি স্থানে
ঘোৰ বন ঝাহিৰ মধ্যত।
আহাৰ বিচাৰি আহি সি নিশাত শৃগালিনী
দেখে চক্ষু সর্পৰ কাষত ॥ ১৪৫
হেনদেখি পাছে তাই চক্ষু গুভোটাই চাই
দেখে শিশু আতিকে সুন্দৰ।
জ্বলা অগ্নি খানি সম চক্ষু মধ্যে জ্বলি আছে
দেখি তাইৰ দয়া ভৈল বৰ ॥
মুহিকে মানুষ বুলি জানিলেক শৃগালিনী
দেখি ৰূপ আতি মনোহৰ।
এহি গুণি পাছে তাই মুখে কামুৰীয়া লই
পশিলেক গর্ত্তৰ ভিতৰ ॥ ১৪৬

আপোন ছাৱাৰ সঙ্গে খেলে নিয়া মহা ৰঙ্গে
ৰাখিলেক মহা স্নেহ কৰি।
অসংখ্যাত স্তুতি নতি কৰিলা বিনয় আতি
ছাৱালৰ চৰণত পৰি ॥
সুহিকে মানুষ তুমি জানিয়া আছোহোঁ আমি
ক্ষমিয়োক মোৰ দোষ যত।
বন পশু বুলি জানি ক্ষমি মোৰ দোষখানি
থাকা এহি ছাৱাল সহিত ॥ ১৪৭
স্তুতি নতি কৰি তাই স্তন দিলা মুখে যাই
আতি গুৰুতৰ স্নেহ কৰি।
আপোনাৰ ছাৱালত কৰি দহ গুণে স্নেহ
কৰে মোহ হৈয়া বনেশ্বৰী ॥
অনেক ঠাইৰপৰা বিচাৰি আনয় তাই
মহামহা দিব্য ভোগ্য যত।
গৃহস্থৰ ঘৰ খাণ্ডি যেন চোৰে দিয়ে সিন্ধি
এহিমতে আনে দ্ৰব্য যত ॥ ১৪৮
চৰু সমে ভাত অন্ন ঘৃত দধি পৰমান্ন
আনে অতিশয় যত্ন কৰি।
এহিমতে ছাৱালক পোহে মহা যত্ন কৰি
সিটো ঘোৰ বনে বনেশ্বৰী ॥
শুনা সৰ্ব্বজন পাছে সেহিমতে গৰ্ত্তে আছে
ক্ৰমে ভৈলা অৰ্দ্ধেক বৎসৰ।

আঙ্ঠি কাটি কাটি পাছে শৃগালৰ ছাৱা গমে
আছে ৰঙ্গে ছাৱাল সুন্দৰ ॥ ১৪৯
একদিনা প্ৰভাতত সূৰ্য্যোদয় সময়ত
আসি বাজ ভৈলেক গৰ্ত্তৰ।
লগত শৃগাল ছাৱা সমে আনন্দিত হুৱা
আছে ৰঙ্গ কৰিয়া বিস্তৰ ॥
শৃগালৰ ছাৱা গুলি ক্ৰুদ্ধে তাৰ গলে ধৰি
কামোৰ ভেজাযে (ট) লাগ কৰি।
গায় ওঁভোটাই পাছে শিশু গোটাই ৰঙ্গে হাসে
শৃগাল ছাৱাৰ কান্ধে চৰি ॥ ১৫০
এহিমতে সবে তাত থাপা থাপি খোটা খোট
আছে ৰঙ্গে ৰদক পুহায়।
সেহিকাল সৰ্প গোটে ঝাহি হন্তে চাহি থাকে
দেখি সিটো মনুষ্যৰ কায ॥
তিনিটি শৃগাল ছাৱা এটি মনুষ্যৰ কাযা
দেখি সৰ্পে বিস্ময ভৈলন্ত।
গায় মুৰি দিয়া পাছে সুমিয়া ঝাহিৰ হন্তে
ছাৱাৰ কাষক আসিলন্ত ॥ ১৫১
ছাৱাক দেখিয়া সৰ্পৰ দয়া উপজিলা আতি
ৰদ পাইলে পাকে ছায়া কৰি।
একতিল নেৰে সিটো গৰ্ত্তৰ ওলাইলে শিশু
থাকে ৰাখি সেহি দিনা ধৰি ॥

শুনিয়োক বুদ্ধ যত দেখা কথা বিপৰীত
শৃগাল সৰ্পৰ দয়া বৰ ।
এতেকে কেমনে নৰে মানুষ বুলিবে পাৰে
যাৰ কীৰ্ত্তি ৰৈলা যুগান্তৰ ॥ ১৫২
শৃগালিনী সৰ্পগোট সিহঁতো যে ভাগ্যৱন্ত
যাৰ মহা দাস যত ভৈলা ।
সি সি পিতৃ-মাতৃ-স্থান পূৰ্ব্ব জন্মে আছিলন্ত
সি কাৰণে গোৰ্ত্তে কোল পাইলা ॥
শুনিয়োক জ্ঞানী যত দেখা কেনৈ বিপৰীত
বৈষ্ণৱৰ তেজ শক্তি বৰ ।
পশিলা শৃগাল সৰ্পে আতিশয় দয়াতৰে
আছিলেক গৰ্ত্তে সম্বৎসৰ(ঠ) ॥ ১৫৩
এতেকে জানিবা সবে কৃষ্ণক যিজনে সেৱে
তাৰ কদাচিতো মৃত্যু নাই ।
শৃগালে খাইলেহে যদি সেহি শিশু কালে তাঙ্ক
ৰাখিবেক কাহাৰ উপায় ॥
যদি সৰ্পে দংশে তাক তথাপি নাহিকে ৰক্ষা
দেখা ইতো কেনে বিপৰীত ।
যিহেতু হৰিৰ প্ৰিয় মহন্ত ভকত বৰ
সিহেতু ৰাখিলা সক্ষতত ॥ ১৫৪

---

(ঠ) এবছৰ জুৰি ।

শুনিয়োক সৰ্ব্বজন মিছা যত ধন জন
মিছা জানা ভাৰ্য্যা পুত্ৰ যত ।
সবে মাথো মায়া জৰি অন্তে ৰৈবো ঐতে পৰি
পাপ পুণ্য যাইবেক লগত ॥
আকে জানি সৰ্ব্বলোক হৰি পদে ভজিয়োক
এৰা যত ভাষ ভূষ কাম ।
ঘুচোক দুৰ্গতি সবে মিলোক মুকুতি এবে
ডাকি সবে বোলা ৰাম ৰাম ॥ ১৫৫

## পদ

শুনা সৰ্ব্বজন পাছে কথা আতপৰ ।
এহিমতে ৰৈলা সন্ত গৰ্ত্তৰ ভিতৰ ॥
আত অনন্তৰে পাছে যেন কথা ভৈলা ।
ৰবিষেক অন্তে ভূঞাই গৃহ আসি পাইলা ॥ ১৫৬
দুই চাৰি দিনমানে জিৰাই থাকিলা ।
ভাত পাছে ৰঙ্গ ৰস কৰিয়া ফুৰিলা ॥
শুনা আত অনন্তৰে কথা যেন মত ।
কথা সুধিবাক লৈলা সুৰতি ভাৰ্য্যাত ॥ ১৫৭
গৰ্ভৱতী নাৰী তাইক দেখি গৈলো মই ।
কিবা পুত্ৰ জীউ ভৈলা কহিয়োক তই ॥

হেন শুনি কুণ্ডতবাই বুলিলা বচন।
সুহি পুত্র সুহি জীউ ভৈলা কিবাখন ॥ ১৫৮
সুহি জল মাংস কিবা সোপা উপজিলা।
সোধা বুঢ়ী পাঞ্চজনী লগত আছিলা ॥
হেনদেখি অসন্তোষ মোহোৰ মনত।
বুঢ়াৰ হতুৱাই তাক পেলাইলো বনত ॥ ১৫৯
সুব্রতী ভাৰ্য্যাৰ কথা সত্য মানি মনে।
আন কাতো সুমুধিলা বৈলা মনেমনে ॥
শুনা আতপৰ পাছে কথা যেন মত।
একদিনা বাৰভূঞা পশিলা বনত ॥ ১৬০
শৌচ কৰিবাক মনে লটা হাতে লই।
কতো বেলি সেহি ফুল তল পাইলা গই ॥
হঠাতে দেখিলে গৈয়া শিশু এক গোট।
শৃগালৰ ছাৱা সমে ওমলি আছন্ত ॥ ১৬১
মানুষক দেখা পাই উলটিয়া গৈলা।
আঠু কাঢ়ি গৈয়া সেহি গৰ্ত্তত পশিলা ॥
বিপৰীত দেখি আসিলেক মনে গুণি।
কিবা দেব মায়া ইয়াৰ নাজানো কাহিনী ॥ ১৬২
গুণিয়া গান্থিয়া (ড়) তাত কতো বেলি বৈলা।
তাৰ পাছে পানী লই গৃহক আসিলা ॥

---

(ড়) ভাৱি চিন্তি।

মনে মনে ভাবিচিন্তি আসিলা গৃহক।
নকহিলা ইটো কথা কাহাৰো আগত ॥ ১৬৩
উগুল থুগুল মনে গুণিবে লাগিলা।
দুই চাৰি দিন পৰে পুনঃ তৈকে গৈলা ॥
সিদিনাৰ কথা আৰু অতি অদভুত।
শৃগালী আছিলা বসি গাতৰ মুখত ॥ ১৬৪
দেখি ভূঞাঁ শৃগালীৰ কাষ (চ) চাপি গৈলা।
আগ বাঢ়ি গৈয়া তাই সেয়া এক কৈলা ॥
কাষৰক আসে আৰু উলটিয়া যাই।
বিস্ময় মানিয়া ভূঞাঁই আছে তাইক চাই ॥ ১৬৫
ভূঞাঁই ভাবে ইটো কথা কিনো বিপৰ্য্যয়।
আচোক পলাই গাইবে খেদিয়া আসয় ॥
কাণ্ড (ণ) দেখি তৈৰপৰা উলটি আসিলা।
পণ্ডিত আসন্তে ভূঞাঁই বিস্তৰ গুণিলা ॥ ১৬৬
গৃহত নাছিলোঁ গইছিলো গঙ্গা স্নানেঁ।
ভাণ্ডিলা (ত) সুৰতী তাইক জানিলোহো মনে ॥
এহিবুলি গুণি গাষ্টি গৃহত পশিলা।
নিৰ্জ্জন স্থানত গৈয়া চাণ্ডাত সুধিলা ॥ ১৬৭

---

(চ) ওচৰ।

(ণ) কাৰ্য্য কাম।

(ত) ভণ্ডনা কৰিলা প্ৰকৃত কথা লুকুৱাইলা।

তোৰ গৰ্ভ দেখি মই গৈলো গঙ্গা স্নানে।
কিবা পুত্ৰ জীউ ভৈলা কহিয়ো এখনে ॥
চাণ্ডভৰা বোলে প্ৰভু নজানোহো তাক।
কিবা পুত্ৰ জীউ ভৈলা বাই জানে তাক ॥ ১৬৮
ভূঞা বোলে তই আছিলিহি কোন স্থানে।
তোহোৰ গৰ্ভৰ কথা আনে জানে কেনে ॥
চাণ্ডভৰা বোলে প্ৰভু কিছু হেতু ভৈলা।
চক্ষুত কাপোৰ মোৰ আনিয়া বান্ধিলা ॥ ১৬৯
ডৰাইবি বুলিয়া বাই বুঢ়ী সমন্বিতে।
সাত যে ভৰপ বস্ত্ৰ বান্ধিলা চক্ষুতে ॥
এহিহেতু কৈবে নবো (থ) প্ৰকৃত কাৰণ।
এক গোট চক্ৰ ভৰি থৈলা ফুল খন ॥ ১৭০
তাহাক দেখাইলা মোক তোৰ এহি ভৈলা।
এহিমতে কথা চাণ্ডা ভূঞাত কহিলা ॥
হেনশুনি ভূঞাই পুনু চাণ্ডাত পুচন্ত।
কোন কোন বুঢ়ী তোৰ আছিলে লগত ॥ ১৭১
হেনশুনি চাণ্ড ভৰাই কহিবে লাগিলা।
যেহি যেহি বুঢ়ী তান লগত আছিলা ॥
গাওঁমেৰি, মুখভেৰি, যশোদা, মান্তানী।
তেলেনী সহিতে এই বুঢ়ী পাঞ্চজনী ॥ ১৭২

---

(থ) নোৱাৰো।

এহি পাক বুঢ়ী মোৰ লগত আছিলা ।
এহি সব কথা চাণ্ডাই ভূঞাঁত কহিলা ॥
ভূঞাঁই বোলে কিছু কথা কহোঁ আৰে মই ।
যি কথা শুধিলো কৈতো নকহিবি তই ॥ ১৭৩
এহি বুলি চলি গৈলা কুণ্ডৰ ভুবন ।
সেথে কুণ্ড শুতি আছে হৈয়া নিমগন ॥
স্বামীৰ যে মাত শুনি তেখনে জাগিলা ।
আসনক দিয়া আতি সমাদৰ কৈলা ॥ ১৭৪
ভূঞা বোলে প্ৰিয়া যদি বেথা আছে মোত ।
নভাণ্ডিবি কথা এটি সোধো আবে তোত ॥
তোহোক বিশ্বাস মই কৰোঁ নিৰন্তৰ ।
নাভাণ্ডিবি সত্য কথা কহিবি সকল ॥ ১৭৫
গৰ্ভ দেখি তাইৰ গৈছিলো গঙ্গা স্নানে ।
কিবা পুত্ৰ জীউ তৈলা কহিয়ো এখনে ॥
মোত যদি বেথা আছে নভাণ্ডিবি তই ।
তোৰ সমান মোৰ কোন দয়াৰ আছয় ॥ ১৭৬
তেনে যদি শত নাৰী হোৱে পুত্ৰৱতী ।
তথাপি তোহোৰ সমান নহয় সুৰতী ॥
আক এক কথা মই কহো তোত আবে ।
সব কথা মোত কহি আছে বুঢ়ী সবে ॥ ১৭৭
এহিৰূপে ভূঞাঁই চাণ্ডি কথাক ধৰিলা ।
হেনশুনি কুণ্ডৱাৰ উশাহ হৰিলা ॥

কুণ্ড বোলে পূর্ব্বে সত্য কৰিছো বচন ।
আগে যি কৰিছোঁ সেয়ে প্ৰকৃত কাৰণ ॥ ১৭৮
পুত্ৰ তুহি জীউ সুহি কুল ধাজ ভৈলা ।
হেনদেখি বুঢ়ীইতে বনত পেলাইলা ॥
হেনশুনি ভূএগঁা আৰু নাথাকিলা ৰই ।
ঘৰৰ বাহিৰ হল দুৱাৰ বান্ধি গই ॥ ১৭৯
কথাৰ প্ৰমান চাওঁ থাক ভিতৰত ।
বুঢ়ীইতে কহে কিবা সোধো স্বৰূপত ॥
এহিবুলি ভৈৰ হস্তে চলিয়া গৈলেক ।
বুঢ়ী পাকজনীক গই মাতি আনিলেক ॥ ১৮০
ভুএগঁা বোলে সত্য কৰি কহিবি তুইতে ।
কুণ্ডতৰাই কহি আছে মোহোৰ আগতে ॥
কুণ্ডে বোলে মোৰ মনে অসন্তোষ ভৈলা ।
হেনদেখি বুঢ়ী মোক সন্দেশ কৰিলা ॥ ১৮১
নকৰিবা অসন্তোষ শুনিয়োক আই ।
তুমি আনি বিনে আত কোনো লোক নাই ॥
এইৰ যদি পুত্ৰ হোৱে বনত পেলাইবো ।
এহিলে জন্মিল বুলি ফুলক দেখাইবো ॥ ১৮২
নকহিবা কাতো তুমি ইতো কথা যত ।
এহি বুলি দুয়ো ভৈতে খাইলিহি শপত ॥
সত্য খাই দুয়ো ভৈতে এহি যুক্তি কৈলি ।
আজলিক ভাণ্ডি পাছে ফুলক দেখাইলি ॥ ১৮৩

এহি সব কথা কুশ্ত্ত বোহোত কহিলা।
কিবা সঁচা কিবা মিছা কহিবে খুলিলা॥
বুঢ়ী ভৈলি সত্য কথা কহিবি নিশ্চয়।
সত্য যদি কহ একো নকবোহো মই॥ ১৮৪
বুঢ়ীইঁতে বোলে প্রভু শুনিয়ো বচন।
তোমাবেসে দাসী আমি জানা সর্ব্বক্ষণ।
এতিয়া আমাব গাত্ত দিলা দাইখানি॥
পৈয়া আছোঁ পৰিমান এহি কথা জানি॥ ১৮৫
ভূঞা বোলে কহ কিনো পৰিমান থৈলি।
চাৰালৰো কথা কহ কেমনে পেলালি॥
বুঢ়ীঙ্গতে বোলে কথা ইমানতে থওঁ।
ঘৰৰপৰা আহি আগে প্ৰমাণ দেখাওঁ॥ ১৮৬
এহি বুলি পাঁচো বুঢ়া ঘৰাঘৰি গৈলা।
পাঞ্চ কুৰি টকা আনি ভূঞাঁক দেখাইলা॥
এহি টকা আমাপাব বাঞ্ছি আকুলত।
ঠৈকলা পুত্ৰ উপজিলি পেলাবি বনত॥ ১৮৭
জীউখানি হয় যদি নামাবি বাখিবি।
এহি কথা কেতিয়াও কাকো নকহিবি॥
এতেকতে আমাসাব কোনো দোষ নাই।
নাপালোঁ বচন যদি বাজ্যে নেদে ঠাই॥ ১৮৮
তান পাছে সেতিক্ষণে পুত্ৰ উপজিলা।
এহি তিনি বুঢ়ী নিয়া বনত পেলাইলা॥

আমি দুইজনী বুঢ়ী আছিলোঁ। লগত।
থাকক ৰাখিলোঁ। গম নাপাই কি মত॥ ১৮৯
ফুলক যতন কৰি থৈলোঁ। চক ভৰি।
এহি সব কথা তাভি কৈলা পাক বুঢ়ী॥
হেনশুনি ভূঞাঁ। পাছে নিঢালে (ব) পৰিলা।
কতো বেলি পৰে পাছে চেতন লভিলা॥ ১৯০
কহা কোন বনে নিয়া পেলালি ছাৱাক।
ব্ৰহ্ম বধ কৈলি ডৰ নাহিকে মোহোক॥
হেনশুনি বুঢ়ীগণে কম্পি কম্পি কলে।
পেলাইলোঁ। উত্তৰে নিয়া কেতেকীৰ তলে॥ ১৯১
হেনশুনি ভূঞাঁই পাছে আদেশ কৰিলা।
বুঢ়ীইত সমে কুণ্ডক বন্দী কৰি থৈলা॥
শুনা সৰ্ব্বজন পাছ কথা যেন ভৈলা।
আত অনন্তৰে সেহি ঝাহি মাজে গৈলা॥ ১৯২
যেবে ঝাহি পাইলা গই ভূঞাঁ। বিপ্ৰবৰ।
ঝাহি কাটি গৰ্ত্ত বিচাৰিলা তাত পৰ॥
গৰ্ত্ত যেবে পাইলা গই শুন্য যেনে ভৈলা।
লাসে লাসে অন্নে অন্নে খাণ্ডিবে লাগিলা॥ ১৯৩
কতো বেলি পৰে ভূঞাই দেখা পাইলা পাছে।
দেখে শিশু শৃগালী সহিতে ভৈতে আছে॥

(ব) অচেতন হৈ ঢলি পৰিলা।

মানুষক দেখি শিশুৰ বেবুৱা লাগিলা।
শৃগালীৰ পেটৰ সন্ধিত (ধ) লুকাইলা॥ ১৯৪
দেখিয়া ভূঞাঁৰ মনে আনন্দ মিলিলা।
চোপে বাহে সমস্তকে গৃহক আনিলা॥
যিটো মহা কাল সর্প তহিতে আছিলা।
শিশুক আনিবে দেখি খেদিয়া আসিলা॥ ১৯৫
বেগ ধৰি আসি সিটো তান লগ লৈলা।
দেখি ভূঞাঁই সমস্তক গৃহক আনিলা॥
যেবে বিপ্রবৰে শিশু লই গৃহে আইলা।
ক্রন্দনৰ উর্ম্মি (ন) গৃহময় উথলিলা॥ ১৯৬
মাতৃয়ে বোলয় মোৰ শিশুখানি ভৈলা।
দয়াৰ খাইটি(প)হন্তে বনত পেলাইলা॥
যাতো মোৰ ভাগ্যে পুত্র আছিলা পূর্ব্বত।
সিকাৰণে নমৰিয়া ৰহিলা গর্ত্তত॥ ১৯৭
মোৰ আই শৃগালী তই কমনে ৰাখিলি।
কাৰ স্তন ভাত দিয়া শিশুক পালিলি॥
মোহোৰ পুতাই তোৰ তোলোনীয়া ভৈলা।
খাইবাৰ বস্তুক তই নখাই ৰাখিলা॥ ১৯৮

---

(ধ) পেটৰ ফালে চাৰি ঠৈতৰ মাজত।

(ন) ঢোল।

(প) দয়া খোৱা অর্থাৎ কাঠ চিতিয়া হৃদয়ৰ তিৰোতা

কোনোবা জন্মৰ তোৰ আছিলা পুতাই।
সেয়েহে শিশুক গৰ্ভে ৰাখিলি জীয়াই ॥
এহি বুলি তান মুখে স্তন দিলা গই।
নাখাই স্তন কান্দে শিশু শৃগালীক চাই ॥ ১৯৯
আচোবা আচোৰি কৰি এৰাইলা হাতৰে।
শৃগালীৰ বুকু মাজে সোমাইলেক ডৰে ॥
দেখিয়া শৃগালী নিয়া মাজ কৰি লৈলা।
আপোনাৰ ছাৱাক যে কাম কৰি থৈলা ॥ ২০০
হেনদেখি সবলোকে (ক) বিস্ময় ভৈলন্ত।
শৃগালীক মাত্র বুলি জানিয়া আছন্ত ॥
ইহাৰ উপাই কিছু আছয় জানিবা।
কিছুদিন শৃগালীক লাগয় ৰাখিবা ॥ ২০১
ইহাক কৰিলে শিশুক ৰাখিবে পাৰিবি।
কিছু কিছু আনি কিছু শৃগালীক দিবি ॥
উপজিয়ে গৈলা সিটো শৃগালীৰ গৰ্ভে।
ধৰিবেক ভৈলা শৃগালীৰ স্তন ভাতে ॥ ২০২
এহি গোটা মোৰ মাত্র বুলিয়া জানিছে।
বৎসৰ ভৰিয়া তান স্তন পান কৰিছে ॥
আৰু একজনী কহে মাতৃক বুজাই।
নাকান্দিবা আই শুনা কথা কহো মই ॥ ২০৩

(ক) সকলোৱে।

যমৰ হস্তীক লৈকে বান্ধয় গৃহত ।
তুই চাৰি দিনে সিটো পোষণ মানন্ত ॥
এতেকতে আই নকৰিবা অসন্তোষ ।
তুই এক মাসে তোৰ শিশু লৈবে পোষ ॥ ২০৪
চাণ্ডৰা বোলে মোৰ অসন্তোষ এই ।
জানো বাতি শিশু লৈয়া শৃগালী পলাই ॥
সৰিবাৰ পুত্ৰ মোৰ গৃহক আসিলা ।
যেন শচি পৰি মুনি যৰা পুত্ৰ পাইলা ॥ ২০৫
যেন শিশুগণে দেখি স্বৰ্গৰ চন্দ্ৰক ।
মাৱক বোলয় ধৰি আনি দেহ মোক ॥
স্বৰ্গৰ চন্দ্ৰক শিশু জানিবা নাপাই ।
মই কিন্তু হেন চন্দ্ৰক গৃহে পাইলোঁ আই ॥ ২০৬
এতেকতে চিত্তে মোৰ সহিব কেমনে ।
বাজত শিশুক এৰি থাকিব কেমনে ॥
আৰু একজনী বোলে হৰি হৰি আই ।
হৰা নিধি পাইলা যেবে কোনো ভয় নাই ॥ ২০৭
তোৰ কথা শুনি মোৰ আমনি লাগয় ।
মৰা পুত্ৰ পাইলি তবু চিন্তা সুশুচয় ॥
শৃগালীৰ কাষৰত বসিয়া থাকিবি ।
দিনৰ বেলিকা সুখে নিদ্ৰাক কৰিবি ॥২০৮
হেন শুনি ভুঞাঁদেৱে গহিনে মাতন্ত ।
নকৰিবি চিন্তা এক আছয় উপায় ॥

এহি গোট গৃহ বেড়ি ভিতৰত থৈবো ।
বাজত অনেক পালী পহৰীয়া থৈবো ॥ ২০৯
ইদবে ৰাখিলে গৃহে কিছু শঙ্কা নাই ।
সাখাই তুলিলা গর্ত্তে শৃগালীয়ে পাই ॥
মোক দেখি গুলাই আসি সেৱাক কৰিলা ।
ওচৰক আসি পুত্র উলটিয়া গৈলা ॥২১০
বোলে তোৰ পুত্র আছে মোহোৰ গর্ত্তত ॥
এহি বুলি বার্ত্তা কহি গৈলা স্বৰূপত ॥
বার্ত্তা নকহিলে কিয় ওচৰে আসিব ।
ওচৰত সেৱা কৰি গর্ত্তত পসিব ॥২১১
এতেকে শৃগালী শিশু বনক মেনয় ।
ইহাক সংশয় কৰিবাক মলাগয় ॥
সি কথা থাকোক এটি কথা কহো মই ।
শৃগালীক লাগি তুমি ভাত বন্ধা গই ॥২১২
হেন শুনি চাণ্ড ভাত বান্ধিবাক গৈলা ।
শৃগালীৰ গৃহ বিপ্রে বেৰিবকে দিলা ॥
গৃহ বেড়ি শৃগালীক ভিতৰক নিলা ।
ভাত পাছে চাণ্ড তৰা ভাত আনি দিলা ॥২১৩
সর্পক দিলেক আনি বেং মৎস্য ধৰি ।
শৃগালীক ভাত চাণ্ডে দিয়ে আগ কৰি ॥
চাৰিফালে চাহি লোক আছে অগণন ।
হেনদেখি শৃগালীয়ে সাখাইলেক অন্ন ॥ ২১৪

ভূঞা ঘোষে সর্ব্বলোক শুনিও বচন।
অন্তৰিয়া একত্তিল যোৱা সর্ব্বজন॥
ঘেবে সমষ্যাৰ লোক অন্তৰিয়া গৈলা।
ভার্য্যা স্বামী দুয়োজনে চাহিয়া আছিলা॥ ২১৫
হেন দেখি শৃগালীয়ে ছাৱা সমন্বিতে।
খাইবেক লাগিলা ভাত অতি আনন্দিতে॥
শৃগালীৰ ছাৱা সমে শিশু ভাত খাই।
হেন দেখি চাণ্ডবাই কান্দন্ত ৰিনাই॥২১৬
হৰি হৰি বাপু তোৰ হেনসে বিপত্তি।
বৰিষ বঞ্চিলি কাল বিকাল সহিতি॥
এহি বুলি চাণ্ড শোকে বিস্তৰ কান্দিলা।
চাৱা সমে শৃগালীয়ে ভাত পানী খাইলা॥২১৭
শুনা সর্ব্বজন পাছ কথা আত পৰ।
অস্তাগত আসি পাছে ভৈলা দিবাকৰ॥
সিটো ৰাত্রি ভূঞা চাণ্ড সেহি গৃহে ৰৈলা।
ৰাজত সমস্ত ভৃত্য পহৰীয়া ৰৈলা॥২১৮
শুনা ইটো কথা আতি অদভুত ৰৰ।
সর্প গোটো ৰৈলা সেহি গৃহৰ ভিতৰ॥
শৃগালীয়ো ৰৈলা তৈতে ছাৱা সমন্বিতে।
ভূঞায়ো ৰহিলা চাণ্ড তবায়ে সহিতে॥২১৯
কেনে অদভুত দেখা বিপৰীত আতি।
ঘোৰ অন্ধকাৰে সর্প শৃগালী সহিতি॥

মহিলেক ভার্য্যা স্বামী শিশুৰ লগত।
লাখাইলেক সর্পে ইটো কথা অদভুত ॥২২০
এহিমতে ভূঞা চাণ্ডে কন্তো বেলি গৈলা।
মাজ নিশা ভূঞা চাণ্ড তৰাক মাতিলা॥
কিছু কথা কওঁ মই চাণ্ডা পাত কাণ।
লাসে কৰি উঠি গৈয়া শিশু গুটিক আন ॥২২১
কিছু কিছু আনি সস্ত কৰিয়ো শিশুক।
নকাৰলে সজ্ঞ কোনে ৰাখিবেক তাক॥
হেনশুনি চাণ্ড তৰা উঠিয়া যে গৈলা।
অন্ধকাৰ ৰাত্রি শিশুক বিচাৰিবে লৈলা ॥২২২
বিচাৰন্তে সর্পৰ যে গাত্রে দিলা ভৰি।
উঠিলেক সর্পগোট কেৰ মেৰ কৰি॥
হেন দেখি চাণ্ডতৰা মনত ডৰিলা।
লাসে কৰি গাৰ পৰা ভৰি অন্তৰালা ॥২২৩
সর্পক ভৰায়া গৈয়া শৃগালীক পাই।
দেখে চাণ্ডা আপোনাৰ শিশু গুটি নাই॥
তিনিটি শৃগালী ছাৱা অন্তৰাই থৈলা।
তাত পাছে আপোনাৰ শিশু গুটি পাইলা ॥২২৪
শৃগালীয়ে নিজ ছাৱা ৰাখি কাৰৱন্ত।
মনুষ্য শিশুক ৰাখে বুকৰ মাজত॥
হেন দেখি চাণ্ড তৰাৰ মৰম লাগিলা।
লাসেকৰি আনি শিশুক কোলে তুলি লৈলা ॥২২৫

কোলে তুলি লৈয়া চুমা দিলন্ত মুখত।
আইসে তোমাৰ মাৰে আমা অৱগত॥
শুনিকা শৃগালী মাৰে আমা মোক বাপ।
বাপ মুহি আসি আছে যিটো কাল সাপ॥২২৬
আহাচেদিহঁতে মহা যন্ত্ৰনা পাতিলা।
অসম্মতে বস্ত্ৰ মোৰ চক্ষুত বান্ধিলা॥
ডবাবি বুলিয়া বুদ্ধি পাতিলা বিস্তৰ।
সি কাৰণে তোক পেলাই বনৰ ভিতৰ॥২২৭
বনে পাই শৃগালীয়ে গৰ্ত্তক নিলন্ত।
শুণি তোমা কোন খানি দোষ ভৈলা মোত॥
মোত আসি কৈলা তোক বনত পেলাই।
বোলে চাণ্ডা তোৰ গৰ্ত্তে পুত্ৰ জীউ নাই॥২২৮
অবশেষ কুল তাৰু চক্ষুত জৰাইলা।
এহি তোক ভৈল মুলি তাকেলো দেখাইলা॥
মই বোলো মোৰ গৰ্ত্ত বঞ্চিলা গোসাঁই।
চক্ষু যদি সাবাকাৰ দেখোঁ লজুলাই॥২২৯
এতেকতে বাপ মোক দোষ কোন খানি।
তুমি সন্ত ভুত ভবিষ্যত আঁছা জানি॥
এহিমতে চাণ্ড কথা সমস্ত কহিলা।
শুনি শিশুই তিনি গোট নিশ্বাস তেজিলা॥২৩০
পুত্ৰ মুখে চাণ্ড জৰাই তনক দিলন্ত।
আৰু শুন বাপ মোত দোষ নাহিকন্ত॥

মাৰৰ কাকণ্যে পুত্ৰে এৰিলেক কোপ।
বচন ৰাখিয়া খাইলা স্তন এক ঢোপ ॥২৩১
আক স্তন নাখাই দেখি স্বামীৰ কোলে দিলা।
দুহান্তৰ মধ্যে নিয়া শিশুক ৰাখিলা ॥
বাপেকে বোলয় পুত্ৰ স্তন মুখে দিয়ো।
খাক বা নাখাক কিছু অভ্যাস কৰিয়ো ॥২৩২
এহিমতে স্তন দিয়া দুয়ো নিদ্ৰা গৈলা।
ধৰিয়া আছিলা মানে শিশুও আছিলা ॥
যেবে বাপ মাৰ নিদ্ৰা গৈলা দুয়োজন।
লাসে কৰি শিশু উঠি গৈলেক তেখন ॥২৩৩
শৃগালীৰ লগে যাই শুতিয়া ৰহিলা।
তাত অনন্তৰে নিশা অৱসান ভৈলা ॥
মাকে বোলে উপায় নাহি ইহাৰ লগত।
শুই আছে শিশু দেখা শৃগালী লগত ॥২৩৪
এহিমতে কিছু কিছু অভ্যাস কৰিলা।
এহিৰূপে শিশু গোটে কিছু ঘৰ লৈলা ॥
এহিমতে শিশু পাছে ৰহিলা গৃহত।
বাপেকে কৰিলা কৰ্ম্ম প্ৰায়শ্চিত্ত যত ॥২৩৫
এহিমতে শিশু যদি গৃহত ৰহিলা।
ক্ৰমে ক্ৰমে ছয় মাস উপগত ভৈলা ॥
তাত অনন্তৰে সৰ্প বনত পশিলা।
শিশুক ৰখিয়া ছয় মাসেক আছিলা ॥২৩৬

শৃগালী বরিষ এক আছিলা গৃহস্ত।
শিশুক সাদৰি তাই পশিলা বনত ॥
আত অনন্তরে শুনা যেন কথা হৈলা।
তাত পাছে শিশুৰ যে যাত কর্ম্ম কৈলা ॥২৩৭
বরিষ আছিলা দেখি গর্ত্তৰ ভিতৰ।
সি কাৰণে তান নাম হৈলা সম্বৎসৰ ॥
সি পাঞ্চ বুঢ়ীক ভূঞাই বন্দী কৰিছিলা।
কুণ্ডসমে সমস্তকে ঢকাই (ৰ) খেদিলা ॥২৩৮
শুনা সর্ব্বজন আৰু কথা একবৰ।
সর্প ও শৃগালী হৈলা গুৰ্জাই গৃহৰ ॥
সি দিনাৰ হন্তে সর্পে আৰ বংশক নখাই।
শৃগালেয়ো একো দ্রব্য হানি নকৰয় ॥২৩৯
কেতেকী কঠাল কল আৰু যে কুহাৰ।
সেহি দিনা হন্তে জানা লাগাই আসন্বাৰ ॥
ইটো পৰিমান জানা অদ্যাপিয়ো হৈলা।
যত মহন্তৰ বংশাৱলী চলি গৈলা ॥২৪০।
অদ্যাপিয়ো একো দ্রব্য নাখালে (ভ) নিশ্চয়।
মৰিবাৰো বার্ত্তা পাইলে অশুচ খাটয় ॥

---

(ৰ) দেশৰ বাহিৰা কৰি খেদি দিলা।
(ভ) হানি নকৰে, নষ্ট নকৰে।

গৰ্ত্তত ৰবিষ বৈলা তথাপি নধাইলা ।
সি কাৰণে তাৰ ইটো পদখানি ভৈলা ॥২৪৩
কাল ও বিকালে যাক ৰাখে যত্ন কৰি।
উহাক মানুষ আৰে বুলি কেন কৰি ॥
সি কাৰণে পদখানি ভৈলেক প্ৰচাৰ।
সুহিকা মনুষ্য দেৱ অংশে অৱতাৰ ॥২৪৪
আৰু বিপৰীত কাৰ্য্য কৰিলা ৰাজ্যত।
অদ্যপিও আছে যাৰ কীৰ্ত্তি অসংখ্যাত ॥
পূৰ্ব্বাপৰ ইটো কথা চলিয়া আছয় ।
আৰা সবে শৃগালক নামাৰে নিশ্চয় ॥২৪১
ভিজাই বুৱাই চক্ষ হাস্তীক পেলাই ।
এহিমত ৰূপে সিটো অশুচ খেদই ॥
আনে যদি মাৰে তাকো ৰাখই যতনে।
সৰ্পক নামাৰে আৰু আমা সৰ্ব্বজনে ॥২৪২
শান সৰ্ব্বজনে পদ মহন্ত সম্ভৱ।
(কনে অদভুত দেখিলাহা নিৰন্তৰ ॥
তাৰে জানি মোৰ লোক জানিবে বুজাই।
কৰিলো কৰিয়া আনি কিছু কথা পাই ॥২৪৫
নাহি শাস্ত্ৰ জ্ঞান মোৰ মূৰুখ স্বভাৱ।
মাত্ৰ আশা কৰিলোহোঁ মাধৱৰ পাৱ ॥
তাতে কিছু কৃপা কৈলা ৰাক দেবী তাই।
তান গুণে ভিক্ষা মাগি ফুৰো গীত গাই ॥২৪৬

এহিলে দরঙ্গ রাজ্যে গুরুখানি ভৈলা।
পণ্ডিতা বিপ্ৰত হৰি অনমক দিলা।
নাহিকয় শাস্ত্র জ্ঞান গণনা পঢ়ন।
সভারতো শিশু দোষ ক্ষমা সর্ব্বজন॥২৪৭
শুদ্র নারায়ণ বজা দরঙ্গর পতি।
আন রাজ্যে ভিক্ষা মাগি কুরোঁহো সম্প্রতি॥
দরঙ্গ মধ্যন্ত আছে চপরা নামে গ্রাম।
দক্ষিণত ম'জ আলি আছয় উত্তম॥২৪৮
তৈতে থাকি ই কবিতা রচিলোহো মই।
চাউল মাগিবর ইটো প্রধান উপাই॥
যেহেন গুৱিখা সবে গীতক গাহন্ত।
তাত কোনো সাধু লোকে দোষ নধৰন্ত॥২৪৯
বোলন্ত স্বভাৱে ইটো গুৱিখা নিশ্চয়।
যেহি আসে মুখে তাৰ তাহাকে গায়য়॥
আকে জানি মোৰ দোষ ক্ষমা সর্ব্বজন।
ভৱিষ্যৰ হেতু সবে ভজা নারায়ণ॥
মিছা মায়াময় ইটো অসাৰ সংসাৰ।
হৰিক ভজিলে জানা পায় তাৰ পাৰ॥
পাছকনি পোৱা ধন জন আন কাম।
পাতেক চাৰোক ডাকি বোলা ৰাম ৰাম॥২৫১

---

## চবি ।

শুনিয়োক সর্ব্বনৰ　　আৰু কথা মহত্তৰ
শিয়ালা বৈষ্ণব কথা চয় ।
এহিমতে ভৈতে যেবে　　মহা ৰঙ্গ ৰসে আছে
ৰবিৰ ভৈলেক পাঞ্চ ছয় ॥
নিযম সংযম মতে　　যাত কৰ্ম্ম কৰিলন্ত
তাত পাছে যজ্ঞ সূত্র দিলা ।
শুনা সর্ব্বজন পাছে　　এহিমতে সন্তু আছে
আজি পাছে অথন্তৰ ভৈলা ॥
আপোনাৰ পিতৃ যিটো　　আছিলেক ভূঞা মহা
নামে ধৰ্ম্ম দেৱ বিপ্রবৰ ।
কতোদিন থাকি পাছে　　গৈলা স্বর্গলোকে চলি
ৰৈলা পুত্র দৰজ ভিতৰ ॥
যেবে পিতৃ স্বর্গে গৈলা　　দেখি প্রভু সম্বৎসৰ
মায়ে সঙ্গে শোক কৰি ৰৈলা ।
বিধিমতে প্রেত কাৰ্য্য　　কৰি সব সমাপন
দানে মানে বিপ্রক তুষিলা ॥২৫৩
এহিমতে প্রেতকাৰ্য্য　　সমাপন কৰি বিপ্র
ৰহিলেক ভৈতে মায়ে সঙ্গে ।
শুনা আত অনন্তৰে　　পাছে যেন কথা ভৈলা
এক ৰাজা আছয় পশ্চিমে ॥

বিশ্বসিংহ নাতি সিটো মহা যশস্বন্ত ৰজা
যাৰ কীৰ্ত্তি দশোদিশে গৈলা।
পৰম সুন্দৰ ৰজা বল বীৰ্য্য পৰাক্ৰমে
নাম যাৰ ৰঘুদেৱ হৈলা ॥২৫৪

ইটো মহা বিপ্ৰবৰ নামত যে সম্বৎসৰ
তান কীৰ্ত্তি ঘোষয় ৰাজ্যত।
শুনিলেক মহাৰজা তাহান জন্মৰ কথা
অনেক যে প্ৰজাৰ মুখত ॥

জন্মিলে মাত্ৰকে নিয়া বনত পেলাইলা তাক
সিটো বনে পাইলেক শৃগালী।
শৃগালীয়ে শিশু পাই গৰ্ত্তে নিলা সুমুৱাই
ৰৈলা গৰ্ত্তে কৰি মহা কেলি ॥২৫৫

বৰিষেক আছিলেক গৰ্ত্তৰ ভিতৰ সিটো
ৰাখিলা শৃগালী পতি কৰি।
আৰু এক সৰ্পৰাজে আছিলেক তাক ৰখি
ইটো সুখি মানুষৰ সৰি ॥

হেনশুনি মহাৰজা বিস্ময় মানিয়া মনে
নিবে তাক দূত পাঠি দিলা।
দূতে আসি ৰাজ আজ্ঞা কহিলা তাহান আগে
মহাৰাজে নিবে পঠাই দিলা ॥২৫৬

তাত পাছে বিপ্ৰবৰ সন্ত মহা সম্বৎসৰ
ৰজাৰ নগৰে লৰিলন্ত।

দুই তিনি দিনে যাই    গ্ৰাম দেশ হাবি এবাই
বই বই পৈলা মহাপন্থ ॥
শুনিযোক সৰ্ব্বজন    মিছা মায়াজালে পৰি
কেনে কৰা অসাস্বত কাম ।
সাস্বত কৃষ্ণৰ নাম    তাঙ্ক ডাটী ধৰা সবে
নিৰন্তৰে বোলা ৰাম ৰাম ॥২৫৭



পদ ।

পাছে যেন কথা ভৈলা শুনা সৰ্ব্বজন ।
সম্বৎসৰ বৈষ্ণৱৰ কথা বিতোপন ॥
দূত সমে যাত্ৰা কৰি ৰহিল গ্ৰামত ।
পিচ দিনা বৈলা বৰ নদীৰ তিৰত ॥২৫৮
লগত বাৰীটি ভক্ত টৈকেলা দুজন ।
এছিবে পোনৰ জন কৰিলা গমন ॥
কামৰূপে বৈযা যাই প্ৰত্যেক নিশাত ।
ভযঙ্কৰ এক নদী পাইলেক বাটত ॥ ২৫৯
নামত দৰিকা জানি নদী খৰতৰ ।
অগাধ অথানি জল দেখি লাগে ডৰ ।

যাও নৌকা [illegible] মাঝি [illegible] পাবে [illegible]।
[illegible] পাও [illegible] [illegible] [illegible] ॥২৬০
কিমতে তৈৰেক পাৰ্য [illegible] মনত।
তৈলেক আবেলি বেলা (ম) সূৰ্য্য অস্তাগত॥
হেন সময়ত এক ভৈলা বিপৰ্য্যয়।
আচোক দেখিবে শুনিলেও লাগে ভয়।২৬১
ভয়ঙ্কৰ দুটা ব্যাঘ্ৰে খেদিয়া আসিলা।
মনুষ্যক দেখি অতি গৰ্জ্জন কৰিলা॥
আছে সৰ্ব্বজনে চাই ব্যাঘ্ৰৰ মুখক।
ব্যাঘ্ৰেও আছয় চাই সিটো মনুষ্যক॥২৬২
সেহি বেলা যিটো ভৈলা শুনা সৰ্ব্বজন।
ব্যাঘ্ৰ মনুষ্যৰ আৰে শুনিও কাৰণ॥
আগবাঢ়ি সন্ন্যাসীৰ হাতে মালা ধৰি।
ব্যাঘ্ৰৰ মাথাত দিলা আশীৰ্ব্বাদ কৰি।২৬৩
শুনা বাপু বন বন্ধা মোহোৰ বচন।
মোহোৰ কাহিনি কওঁ শুনা দিয়া মন।
বজাৰ নগৰে যাও নেই দণ্ডী কৰি।
মোৰ কথা শুনি বাপু সুখবিধি হ'ৰ॥২৬৪
আজিচিয়া হিংসা কৰি সহিয়া সে আই।
দেখিবে নোৱাৰি মোক বনত পেলাই॥

---

(ম) দিন আৰু ৰাতিৰ সন্ধি সময়। গধূলী।

জগমিলা মাত্ৰে মোক চকত ভৰাই।
কেতেকি ভুলাই ছলে নিশাতে পেলাই ॥২৬৫
শৃগালীৰ গৰ্ত্তে তৈতে ঝুলৰ তলত।
কামুখি গৰ্ত্তক গিয়া গৈলা ভিতৰত।
একই বৎসৰ সিটো গৰ্ত্তত আছিলোঁ।
আচোক মাতৃক মনুষ্যক মৈদেখিলো ॥২৬৬
শৃগালীৰ স্তন পানে বৎসৰ আছিলোঁ।
বৎসৰৰ অন্তৰে মাতৃক লগ পাইলোঁ॥
গৰ্ত্তৰ যে হস্তে পিতৃ আনিল খাণ্ডিয়া।
ঢোল কালি বজাইয়া আনন্দ কৰিয়া ॥২৬৭
এহি কথা বেহাৰৰ ৰজা শুনিলন্ত।
চাওঁ কেনে বিপ্ৰ সিটো অহিক (য) আসন্ত॥
এতেকে চলিয়া গাওঁ নেই দূতে ধৰি।
কহিলোহো প্ৰয়োজন বুজা ভাল কৰি॥২৬৮
নাপাতা জঞ্জাল এৰে তুমি বন ধৰা।
নাই কোৱা মিছা আক জানে সব প্ৰজা॥
কেন তুমি বন মাজে মনত শুনিলা।
মনুষ্য ৰূপত ইটো ঈশ্বৰ আসিলা॥২৬৯
মাংসলোভী শৃগালীও নাখাইলে যাহাক।
ইহাক হিংসিলে পাপে পাইবে আমাক॥

---

(য) ইয়াৰৈ।

অপবিত্ৰ, পণ্ড শিয়ৌ, শৃগালী অজ্ঞান।
তাই তাক নকৰিলা কথা বিজ্ঞোপন ॥২৭০
ইগোট মনুষ্য মুহি ঈশ্বৰ সাক্ষাত।
হেন কথা দুয়ো ব্যাঘ্ৰে ভাবয় মনত ॥
কতোবেলি মান দুয়ো গুণিয়া আছিলা ॥
তল মুখে দুয়ো মাথা মাটিত থাপিলা ॥২৭১
নমস্কাৰ কৈলা দুয়ো হাত যোৰ কৰি।
বনে ঝাম্প দিয়া দুয়ো বাট দিলা এৰি ॥
আত অনন্তৰে শুনা কথা যেন মত।
আছে পাৰ হব নৰি (ব) নদীৰ পাৰত ॥২৭২
নাও নৌকা নাই কেনে যাওঁ পাৰ হৈ।
একেকে পাৰত বহি আছে সবে ৰৈ ॥
খাগৰি কাত্তিয়া আনি জলক জুখিলা।
বহুত অথানি জল সকলে দেখিলা ॥২৭৩
কেনে পাৰ হম বুলি সবে গুণি চাই।
নাও নৌকা নাহি একো নাহিকে উপাই ॥
গুণি গাঠি চাই সন্তে নামিলা জলত।
সবে নামি আসিলোক মোহোৰ পাছত ॥২৭৪
হেন শুনি সকলোৱে জলত নামিলা।
অগাধ অথানি (ল) জল আঠু সম হৈলা ॥

(ব) নোৱাৰি।

(ল) পুখুৰী বা নৈ আদিত মাটিত ভৰি দি ঠিয়হৈ হাত ওপৰলৈ মেলি দিলে যদি হাত পানীৰ ওপৰ হৈ ওলাই নাথাকে জেনেহলে তাক অথানি বোলে।

বিপরীত কথা ইটো অদভুত সকল ॥
অতি অদভুত ইটো কথা মনোহর ॥ ২৭৫
আর আনন্দে শুনা কথা যেন মত।
বৈ বৈ যাই আছে মহন্তে বাটর ॥
কত দিনে পাইলা বাজ মগধ নগর।
তথাত দেখিলা এক হরির মন্দির ॥ ২৭৬
হরির মন্দির সিটো অতিকে ডাঙ্গর।
তাহাত রহিলা গই সাধু সম্বৎসর ॥
হাতো এক অদভুত কর্ম্মক করিলা।
নাহি সিধা পাতি সবে তহিতে দেখিলা ॥ ২৭৭
চারি ছয় দণ্ডমানে পেরিয়াক চাই।
আচোক সিধাক দিব মাতক নেদয় ॥
নাহি অন্ন পাণ কাবো ভোগতে বিকল।
আচোক যে চাউল চক নাহি অগ্নি জল ॥ ২৭৮
কিমতে থাকিব তাত তুণ ডালি নাই।
আচোক দিবেক মাত দেখিলে পলাই ॥
তাত পাছে সম্বৎসর দেব মহা সত্ত।
কিমতে ভুঞ্জাব ভকতক বুলিয়া গুণন্ত ॥ ২৭৯
কতো বেলিয়ান সাক্ষে গুপিয়া আছিলা।
গোঁসাইর মন্দিরর ভিতর পশিলা ॥
পারিছে গোঁসাইর আগে কিছু পাজি চাউল।
থুপুৱাই সত্তরে আনিলা সকল ॥ ২৮০

গাজি চাউল পালা প্ৰভুই একমুঠিমান।
তাকে ভেটুৱাত থৈলা কৰিয়া সন্মান॥
সেহি ভেটুৱাৰ অন্ন সমষ্টকে দিলা।
এক মুঠি চাউলে সব ভক্তকে জুৰিলা॥২৮১
তথাপিতো মুচুকালা ভেটুৱাত বৈলা।
এহি বৈষ্ণৱক কোন পুৰুষে স্ৰজিলা॥
অদ্ভুত মহিমা ইটো মহন্ত সম্ভৱ।
শুনা আত অনন্তৰে কথা একবৰ॥২৮২
একদিনা ভক্ত সমে পশ্চিমক গৈলা।
ঘোৰ এক অৰণ্যৰ মধ্যত ৰহিলা॥
দুই দিবসৰ পন্থ হাবি ভয়ঙ্কৰ।
বাঘ যে ভালুক, হাতী আছয় বিস্তৰ॥২৮৩
সেহি অৰণ্যৰ মধ্যে বৃক্ষৰ তলত।
ৰৈবা মহা সন্ত পাছে গুনিয়া মনত॥
অন্ন পানী নাহি সবে লঘোনে ৰহিলা।
দোভাগ নিশাত আসি কথা এক ভৈলা॥২৮৪
লাগিলা অগনি বনে চতুৰ্দ্দিশ চানি।
অন্ধকাৰ ৰাত্ৰি দিশ বিদিশ নজানি॥
কৈক যাইবো কৈত ৰৈবো উপাই নাপাই।
মূৰ্দ্ধাস্ফোট ভৈলা সবে স্ফুৰ্ত্তি বুদ্ধি নাই॥২৮৫
ভৈলেক বিকল সবে স্ফুৰ্ত্তি নাহি গাত।
সম্বৎসৰ দেৱো চৰিলেক সিবেলাত॥

কতোবেলি সঙ্কোচিয়া আছিলেক সন্তে।
পাইলেক উপাই পাছে গুণবন্তে গুণবন্তে ॥২৮৬
অবিচাৰ মন্ত্রে থুথুৱালা মুখ মেলি।
প্ৰচণ্ড অগ্নিক সেহি সেপে নিলা ঠেলি ॥
মুখে থুথুৱাই মাৰিলন্ত চিতা বাণ।
যেন বৃষ্টি জলে মুমাইলা অগ্নিথান ॥২৮৭
অদ্ভুত মহিমা দেখাইলেক নিৰন্তৰ।
বনাগ্নিক পিলা যেন জগত ঈশ্বৰ ॥
ইয়ো এক মহিমাক দেখাইলেক বাপ।
পৰে যেন কথা ভৈলা শুনা সবে তাক ॥২৮৮
এহিবোৰ মহা সন্ধি বাটে পাই আছে।
কতো গ্ৰাম্য পথে যাই কতো হাবি মাজে ॥
গই গই কতো দিনে পাইলা এক গ্ৰাম।
নাহি সাধু সন্ত সিটো টেণ্টনৰ গ্ৰাম ॥২৮৯
বিস্তৰ টেণ্টন সিটো গ্ৰামত আছয়।
সিহঁতৰ কথা শুনি লাগে মহা ভয় ॥
গধূলি ৰহিলা এক গৃহস্থৰ ঘৰে।
বাসা ঘৰ দিয়া তেওঁ ৰাখিলা সাদৰে ॥২৯০
সমাদৰ কৈলা যিটো নাহি তাৰ ঠাই।
নিশা ভাগে যেন কৈলা শুনা সমুদাই ॥
বেশ লুকাই মায়া পাতি কৰি টেণ্টনালি।
চাৰি জনে চন্দ্ৰ ভাৰে ভৈলেক হোৱালী ॥২৯১

মনোহৰ বেশে পিন্ধি বস্ত্র অলঙ্কাৰ।
হৈলেক যুৱতী বেশ অতি চমৎকাৰ॥
দৌভাগ নিশাত গৈলা মহন্তৰ ঠাই।
নমস্কাৰ কৰি কথা কহন্ত বুজাই॥২৯২
মাৰিবাক মনে স্বামী সবে খেদি আইলা।
এভাল বনক দুই ফাল কৰি চাইলা॥
থানক নাপায়া আইলোঁ তোমাৰ কাষৰে।
এহিবুলি বসিলেক মহন্ত ওচৰে॥২৯৩
কুছি মুছি বসিলেক তাহান কাষত।
কোনে স্ত্রী পুৰুলিব দেখিয়া বেশক॥
হেন সময়ত বিচাৰিয়া দুষ্ট জনে।
সুধিলা তাহাক সবে আসিয়া তেখনে॥২৯৪
চাৰিজনী ছোৱালীয়ে একমতি হুয়া।
ৰাত্রি ভাগে কোন দিশে গৈলেক পলায়া॥
তুমি সর্ব্বজান জানি কহিলোঁ তোমাত।
কোন দিশে গৈলা গুণি কহিয়ো আমাত॥২৯৫
প্রাণ দান দিয়া প্রভু পশিলোঁ শৰণ।
আপুনি সর্ব্বজ্ঞ প্রভু সোধো সি কাৰণ॥
ধন সোন অলঙ্কাৰ টোপলি বান্ধিলা।
দুৰে দাঙ্গ দিয়া কোন দিশক চলিলা।২৯৬
কহিয়োক প্রভু তুমি জানিছা সকল।
এহিদৰে টেণ্টন হঁতে কৰে তাক বল॥

যেন বেলা যেন কথা শুনা সর্ব্বজন।
অগ্নি আনি পহব কৰিলা তেতিক্ষণ ॥২৯৭
তোমাৰাৰ চৈধ্য জন মানুষ আছিলা।
আৰু চাৰিজন দেখোঁ ইহাত বাঢ়িলা ॥
স্ত্ৰী বেশে চাৰি জন আছয় কাষত।
হেৰ স্ত্ৰী সব দেখোঁ তোৰাৰ মাজত ॥২৯৮
ডকা দিয়া (ৰ) স্ত্ৰী সব নেই কেনে কৰি।
ধৰ ধৰ কৰি সবে কৰে লৰা লৰি ॥
অনেক প্ৰজায়ে আসি বেঢ়িয়া ধৰিলা।
মাৰ ধৰ বুলি সবে ঘঞ্চাল লগাইলা ॥২৯৯
সন্তৰে দেখি সিইঁতৰ টেণ্টনালি।
শুন অৰে দুষ্ট সব বৰ লাই পাইলি ॥
অতিথিক হিংস্র তোৰ ৰহিলোঁ গাৱঁত।
কেনে দুষ্ট ডকা দিয়া ভৈলোঁ স্বৰূপত ॥৩০০
আপুনিয়ে আসি তোমাসাৰ স্ত্ৰীগণ।
স্বামীগণে মাৰে বুলি পশিছে শৰণ ॥
নানান কাকুতি কৰি বসিছে কাষত।
কেনে দোষ আমাসাত দেহ অৰাৰত ॥৩০১
এহি বুলি দিব্য মায়া ধৰি সন্বৎসৰ।
সিইঁতৰ ভিতৰত লগাইলা কন্দল ॥

(ৰ) ডকাইতি কৰিয়া, অৰ্থাৎ বলেৰে দেখা দেখিকৈ নিয়া।

আপোনাক আপুনিয়ে মাৰা মাৰি কৈলা।
শুকতৰ গাৱে কেহো হাতকে নিদিলা ॥৩০২
কতোবেলি মানে সবে যুজিয়া আছিলা।
নাৰী বেশে যাৰা যাৰা তৈকে আসিছিলা ॥
সবাকো ধৰিয়া লৈয়া মাৰিবাক লৈলা।
নিজে নিজে ইটে সিটে কন্দল লগাইলা ॥৩০৩
মহন্ত জনৰ নোম লাগিবে নাৰিলা।
পৰক হিংসিবে গৈয়া নিজে কষ্ট পাইলা ॥
কিল ভুকু কুবা-কুবি কৰিলা বিস্তৰ।
ৰঙ্গে চাই আছিলেক সন্ত সম্বৎসৰ ॥৩০৪
নাৰীবেশে বিটো চাৰি জন আসিছিলা।
সিহঁতক কিল ভুকু বিস্তৰ মাৰিলা ॥
ভক্ত বাৰ জন আক টেকেলা যে দুই।
ৰঙ্গে চাই আছে সবে তবধক হুই ॥৩০৫
আপোনাৰ ভিতৰত লগাইলা কন্দল।
দেখা মহন্তৰ কেনে মহিমাৰ বল ॥
মৰে মাৰা-মাৰি কৰি আপোন মাজত।
দেখা বৈষ্ণৱৰ মায়া কেনে অদভুত ॥৩০৬
সামান্যৰ কথা ইটো বুলিবাক নাৰি।
সুহিকা মনুষ্য ইটো সাক্ষাততে হৰি ॥
ইদৰে যাহন্তে দুৰ্গম বন এৰাইলন্ত।
এক পক্ষ পন্থ বাট জনা স্বৰূপত ॥৩০৭

অমন্তরে গৈয়া রাজ নগর পাইলন্ত।
বাসা ঘর দিয়া মন্ত্রী যত্নে রাখিলন্ত ॥
রাজ অন্তঃপুর বাজে রহিলা গোসাই।
সম্বৎসর অহা বার্ত্তা রজাও পোৱা নাই ॥৩০৮
যেন মতে রজা বার্ত্তা পাইলেক সন্তর।
তার কথা কহোঁ আবে শুনা সর্ব্বনর ॥
শুনা সর্ব্বজন পাছে কথা অনন্তর।
বৈষ্ণবর বার্ত্তা পাছে পাইলা নরেশ্বর ॥৩০৯
আতপরে শুনা পাছে যেন কথা কৈলা।
এক দিনা রজা মহোৎসবক পাতিলা।
রজা বোলে শুনা পাত্র মন্ত্রী নিরন্তর ॥
আনিয়োক এহিস্থানে সেহি বিপ্রবর ॥৩১০
হেন শুনি এক মন্ত্রী লরধীয়া গৈলা।
মহা মহন্তক যাই লরবি আনিলা ॥
আতি মনোহর রূপ দেখি নরেশ্বর।
সুহিকা মনুষ্য বুলি গুনিলা বিস্তর ॥৩১১
যেতিক্ষণে উপস্থিত ভৈলা মহা সন্ত।
নিশবদে প্রজা সব ভৈলন্ত মোহিত ॥
দেখি হেন মহারজা মন্ত্রীক বুলিলা।
সোধা মন্ত্রী কেনমতে শৃগালী ভুলিলা ॥৩১২
হে শুনি মন্ত্রী পাছে বিপ্রক মাতিলা।
কহা প্রভু গর্ব্বে কেনে বক্কিম রক্ষিলা ॥

হেন শুনি বিপ্রে কথা কহিলা সমস্ত।
বাপেকর পরা কথা কহিয়া নিলস্ত ॥৩১৩
যেন মতে বোধ দিয়া গঙ্গা স্নানে গৈলা ॥
ঐতে বর মাতৃ বিটো আলোচ করিলা ॥
বুঢাইঁতে যিবাদবে বনত পেলাই।
তাত পাছে তুলিলেক শৃগালিনী পাই ॥৩১৪
যেন মতে সর্প গোটে রখিয়া আছিলা।
বাপেকে খাগুয়া যেনে গৃহক আনিলা ॥
ছয় মাস ববিষত তুয়োজন গৈলা।
এহি মতে সমস্ত কথা বসাত কহিলা ॥ ৩১৫
হেন শুনি মহা রজা হাসিলা বিস্তর।
মনে গুনি বোলে ইটো অদভুত বর ॥
শুনি প্রজা গণে বোলে অদভুত বর।
নুহিকা মনুষ্য ইটো সাক্ষাত ঈশ্বর ॥৩১৬
এহিবুলি প্রজাগণে কোরা কুই করে।
তাত পাছে এক কথা সোধে নরেশ্বরে ॥
শুনিয়োক বিপ্রনর মোহোর বচন।
শৃগালীয়ে দয়া করি করিলা রক্ষণ ॥৩১৭
সর্পেও নাথাইলা অতি অদভুত বাক।
এক পরিমাণ আত দেখাও আমাক ॥
বিপ্র যে বদতি শুনিয়োক নরেশ্বর।
পরীক্ষা দেখাইতে নবো জানা নরবর ॥৩১৮

বালক কালত মোক দয়া কৰি আতি।
শৃগালী পুষিলা মোক সৰ্পই সহিতি॥
সেহি কথা ধৰা তুমি এৰিয়া আমাত।
তথাপিতো এক বাক্য কহিবো তোমাত॥৩১৯
এহি মহোৎসব ঘৰ আতি ভয়ঙ্কৰ।
আৰ এক পুলি (শ) বেৰি দিয়া নৰেশ্বৰ॥
হেন শুনি মহা ৰজা আদেশ কৰিলা।
শুক্ল বস্ত্ৰ আনি এক খোটালী বেৰিলা॥৩২০
সেহি বস্ত্ৰ ভিতৰক গৈলা বিপ্ৰবৰ।
এক গোটা পচা সিৰি মজ যে কাঠৰ॥
তাহাৰ গুৰিত বিপ্ৰে পূজাক পাতিলা।
সাতদিন মহাসত্ত্ব তহিতে আছিলা॥ ৩২১
সাত দিন ৰহি যদি গৈলা তাতপৰ।
পচা সিৰি জীল ঠালি মেলি নিৰন্তৰ॥
গৃহ ফুটি বাজ ভৈলা ঠালি যত যত।
হেনদেখি মন্ত্ৰী লৰি কহিলা ৰজাত॥ ৩২২
হাক দিয়া পশিছিল মহা বিপ্ৰবৰ।
দিন পূৰ্ণ নভৈলে নাচাইবি কোনো নৰ॥
তাতেসে বিপ্ৰক মন্ত্ৰী গুচাই নাচালা।
লৰ দিয়া যাই পাছে ৰজাত জনালা॥ ৩২৩

---

(শ) খোটালী।

শুনিয়োক মহাৰজা মহিমা বিপ্ৰৰ ।
শুনন্তে লাগয় ডৰ আতি ভয়ঙ্কৰ ॥
আজি সাত দিন ভৈলা পশিবে বিপ্ৰৰ ।
নতু ৰাজ ওলাই ধৈলা বস্ত্ৰৰ ভিতৰ ॥ ৩২৪
কৰ্ম্ম শুনি লাগে ডৰ আতি বিপৰীত ।
পচা বৃক্ষ ঠালি মেলি ওলাইলা ৰাজত ॥
মেৰ ঘৰ ফুটি ঠালি ওলাই নিৰন্তৰ ।
যেন বুঢ়া গছ ডালি দেখিতে সুন্দৰ ॥ ৩২৫
হেনশুনি মহাৰজা বিস্ময় মানিলা ।
মন্ত্ৰীক সম্বোধি পাছে বচন বুলিলা ॥
শুনা মন্ত্ৰী মোহোৰ বচন মন দিয়া ।
ইটো বিপৰীত বিপ্ৰে দেখাইলেক মায়া ॥ ৩২৬
মুহিকা মনুষ্য বিপ্ৰ জানিবা নিশ্চয় ।
ভালমতে ৰাখা আক্ষ কহিলো নিশ্চয় ॥
আৰু এক কথা কহোঁ শুনা মন্ত্ৰী বৰ ।
কাহানি বস্ত্ৰৰ ৰাজ হৈবে বিপ্ৰবৰ ॥ ৩২৭
হেনশুনি মন্ত্ৰী কথা কহিবে লাগিলা ।
সাত দিন ৰাখা কৰি ভিতৰ পশিলা ॥
হেনশুনি বচন বুলিলা নৰেশ্বৰ ।
তেন্তে আজি দিন বিপ্ৰ থাকোক ভিতৰ ॥ ৩২৮
আপুনি ওলাব কালি দেখিবো সমস্ত ।
এহিবুলি ৰজা কথা কহিলা মন্ত্ৰীত ॥

শুনা সৰ্ব্বজন পাছ কথা আত পৰ।
অনন্তৰে অষ্টাগত ভৈলা দিবাকৰ॥ ৩২৯
অস্তাগত হুয়া নিশা নিবৰ্ত্তিয়া গৈলা।
তাত পাছে বিপ্ৰবৰৰ সমাধি ভাঙ্গিলা॥
বস্ত্ৰ গুচাই বাজ ভৈলা সন্ত সম্বৎসৰ।
হেনদেখি বিস্ময় মিলিলা সমূহৰ॥ ৩৩০
বিপ্ৰে বোলে শুনা আৰে কথা কহোঁ মই।
ৰজাত কহিয়ো মন্ত্ৰী আসোক ওলাই॥
হেনশুনি মন্ত্ৰী গই ৰজাত কহিলা।
আপোনাক বিপ্ৰবৰে নিবাক পথালা॥ ৩৩১
দেখোঁ পচা সিৰি ডালে ঠাঁনিক মেলিলা।
গৃহ ফুটি বাজ হৈয়া গছ হুয়া ৰৈলা॥
হেনদেখি মহাৰাজ বিস্ময় ভৈলন্ত।
বৈকুণ্ঠক মহা বস্ত্ৰ সুবৰ্ণ দিলন্ত॥ ৩৩২
দানে মানে ভোজনে বিপ্ৰ বৰক তুষিলা।
দৰঙ্গ মধ্যত এক সত্ৰ পাতি দিলা॥
আক মাহুতক মাতি আনিলা তেখনে।
শুনিয়ো মাহুত তই মোহোৰ বচনে॥ ৩৩৩
দৰঙ্গক চলি যাহ হস্তী সমন্বিতে।
বৈকুণ্ঠক মাটি দিবি ফুৰিয়া দিনান্তে॥
ব্ৰহ্মনদী পাৰহৈ হস্তীত উঠিবি।
গধূলি প্ৰৰ্য্যান্ত ফুৰি সীমা পাতি দিবি॥ ৩৩৪

এক দিশে মাৰি পথ এক প্ৰহৰৰ ।
এহিমতে দিবি মাটি এক দিৱসৰ ॥
চাৰিহদে খুটি মাৰি দিবি সীমা কৰি ।
পশিলেক অভ্যন্তৰে এহি আজ্ঞা কৰি ॥ ৩৩৫
হেনশুনি মাহুতেও তেখনে লৰিলা ।
ৰৱনদী পাৰ হৈয়া দৰঙ্গ পশিলা ॥
এহিমতে সিটো ৰাত্রি ৰহিলা তথাতে ।
তথাতে ৰহিলা সাধু মাহুত সহিতে ॥ ৩৩৬
হস্তী স্কন্ধে উঠি অগ্রে মাহুত চলিলা ।
পাছত মহন্ত বিপ্রে ঘোঁড়াত যে গৈলা ॥
পবন সদৃশ বেগে দুয়ো চলি যাই ।
কতো বেলি মুৰে পাটি দৰং পাইলা গই ॥ ৩৩৭
তাতে একগোটা খুটা মাৰিলা শিলৰ ।
অদ্যাপিয়ো আছে সিটো দৰঙ্গ ভিতৰ ॥
তাত খুটা মাৰি দুয়োজন চলি গৈলা ।
পন্থত মাহুত গোটে অনেক গুণিলা ॥ ৩৩৮
দিনান্ত ফুৰিয়া মাটি দিলে ব্ৰাহ্মণক ।
দিবে পাৰোঁ ইটো থান দৰঙ্গ ৰাজ্যক ॥
পাছত মোহোক ৰজা সুবুলিবে ভাল ।
মিলিলেক আসি আনা ভাৰ যমকাল ॥ ৩৩৯
বুলিবেক ৰজা মোক কেনে দূত তই ।
দিনান্তৰ পন্থ ৰাজ্য দিবে দিলো মই ॥

কাৰ্য্য দেখি কবুল কৰিলোঁ ব্ৰাহ্মণক।
তই কেনে দিলি মোৰ সমস্ত ৰাজ্যক ॥ ৩৪০
কথা বুজা দূত তই আছিলি মোহোৰ।
আৰু যদি আহে হেন শুনি বিপ্ৰবৰ ॥
তাকো অতখানি ৰাজ্য দিবে দিম মই।
দিনান্ত ফুৰিয়া তাক দিবি গই তই ॥ ৩৪১
এহিমতে ৰাজ্য দিয়া সসাজ কৰিবি।
কৰিবে ৰাজত্ব মোক কোন খিনি দিবি।
মহিমা দেখিয়া কবুল কৰিলোহোঁ মই।
ইবোৰ কথাক বুজিবাক লাগে তই ॥ ৩৪২
এহিবুলি মোত যদি ধৰে দাই খানি।
কিবা ৰাখে কিবা মাৰে নিশ্চয় নজানি ॥
এহিমতে শুনি সিটো মনে সাৰ কৈলা।
ধিৰে ধিৰে হস্তীগোট চলাইবে লাগিলা ॥ ৩৮৪
বৈষ্ণৱে বোলয় শুনা মাহুত দুৰ্জ্জন।
ঢিল দেখোঁ কৰিলিহি হস্তীৰ গমন ॥
মাহুতে বোলয় প্ৰভু মোত দোষ নাই।
পৰ্ব্বত আকাৰ হস্তী চলান নযাই ॥ ৩৮৪
আপোন গমনে সিটো চলে ধিৰে ধিৰে।
নচলিলে কোনে তাক চলাইবাক পাৰে ॥
হেন শুনি বৈষ্ণৱে বোলয় মাহুতক।
কিয় হেন কদৰ্থনা (ষ) কৰা ব্ৰাহ্মণক ॥৩৪৫

(ষ) ভেঙুচালী, বিদ্ৰুপ।

আগে মেৰোঁ চলিলেক বেগ খৰতৰ।
এৰিলা কেনেমতে চিন বেগ গজেন্দ্ৰৰ॥
মাহন্তে বোলয় প্ৰভু কদৰ্য্য নকৰোঁ।
পৰ্ব্বত সমান হস্তী চলাইতে নাপাৰোঁ॥৩৪৬
প্ৰভাতে চলিলা সিটো বেগ অতি ধৰি।
এতিয়া লাগিলা ভোখ চলাইতে নাপাৰি॥
নকৰো কদৰ্থ জানিবাহা প্ৰভু তুমি।
প্ৰাণ পৰিশ্ৰমে হস্তী চলাইবোহো আমি॥৩৪৭
এহি বুলি হস্তী মুণ্ডে আকুহিক দিলা।
কিছু কিছু কৰি বেগ ঢিলায়া যে নিলা॥
দেখা প্ৰভু কোনো শানি মোত দোষ নাই।
চাৰি খোজ বেগে গৈয়া আকৌ ঢিলাই॥ ৩৪৮
অকুশৰ খোচ পাই গৈলা বেগ ধৰি।
মোক দাই দিয়া বোলো বিচাৰ নকৰি॥
এহি বুলি হস্তী গোট সুখিবে চলাইলা।
হেন দেখি মহন্তৰ মনে কোপ ভৈলা॥৩৪৯
মনত বোলন্ত মই তোৰ চিন্ত পাইলোঁ।
তোহোৰ চৈন্টালি মই সকলো বুজিলোঁ॥
এহি বুলি মহন্তেও চলে ধিৰে ধিৰে।
এক নদী পাইলা গই তাত অনন্তৰে॥৩৫০
মাহন্তে বোলয় প্ৰভু শুনিয়ো বচন।
দুহাত হস্তীৰ গাৱ ধুৱাও এখন॥

জলক খুৰাই আতে কিছু স্বস্ত কৰি।
তেবেসে হস্তীক প্ৰভু চলাইবাক পাৰি ॥৩৫১
কিছুপৰ থাকিগুক তিৰত জিৰাই।
এহি বুলি সিটো জলে নামিলেক যাই॥
জলত নামিয়া সিটো চলনা পাতিলা।
হস্তীক ধুৰাও বুলি কেলিক খেদালা ॥৩৫২
গাৰক ধুৰাবে সিটো মিছাতে পথালে।
ধৰি আছে আনা তাক আসি যমকালে॥
নিৰথীয়া চৈৰ কৰি আছে সন্তৰে।
ক্ৰোধত কাম্পায়. দেহা ৰহিতে নাপাবে ॥৩৫৩
দুৰ্জ্জন টেটন অবে মাহুত ৰজাৰ।
নতু আটা পোৱা তই মোহৰ হাতৰ॥
ৰজাই দেই মাটি মোক তোহোৰ টেণ্টালি।
ভুৰ্জ্জন হোৱই শাস্তি কিছু সেকা পালি ॥৩৫৪
এহি বুলি ক্ৰোধ কৰি তান দিগে চাইলা।
ভস্মহও পাপী বুলি ক্ৰোধে শাপ দিলা॥
হস্তীয়ো মৰোক তোৰ বুলিলোহো বাক।
নদীয়ো চিঙ্গোক মাটি নলাগে আমাক ॥৩৫৫
নদী নহলেতো গায় ধুৱাইতে নাপাই।
তাতেসে নদীক শাপ দিলেক গোঁসাই॥
নলাগয় বাজ্যে মাটি খুজি খায় মই।
কত কদৰ্থনা পাপী কৰিলিহি তই ॥৩৫৬

তাঁত্তবোৰে বাক্য খাই আছয় বাজ্যত।
এমোটা ব্ৰাহ্মণৰ চাউল লৈহেব দেশত॥
এহি বুলি ক্ৰোধ কৰি শাপ সাধু দিলা।
ক্ষেতিক্ষণে হস্তী সমে মাহুত মৰিলা॥৩৫৭
নগৰৰ সোঁতে তিনিজনেক জালা নিৰন্তৰ।
অদ্যাপিয়ো আছে সিটো নগৰ ভিতৰ॥
দাবত দিগন্ত নদী প্ৰসিদ্ধ যে হৈলা।
অদ্যাপিয়ো খণ্ড খণ্ড হৈয়া সিটো ৰৈলা॥৩৫৮
হস্তী সমে মাহুতক শাপিয়া মাৰিলা।
তাত পাছে ধিৰে ধিৰে গৃহে চলি গৈলা॥
যোৱন্ত আনাও তাঁক ৰজাৰ নগৰে।
প্ৰাৰ্থনা কৰিলেক দিয়া ভুক্ত মৰে॥৩৫৯
এহি বুলি শুনি শাস্তি গৃহক আসিলা।
সিটো সবেই মাৰা প্ৰাণে সত্ৰ পাতি হৈলা॥
সেহি দিনা ধৰি হৈলা বৈষ্ণব ডাঙৰ।
বৈষ্ণেক মহন্ত বিপ্ৰে নগৰ ভিতৰ॥৩৬০
কতো দিন অন্তৰত বিবাহ কৰাইলা।
মাৰে-পোৰে ভাৰ্য্যা সমে তিনি প্ৰাণী ৰৈলা।
একদিনা ঈশ্বৰ সেৱাক লৰিলা।
গৃহ মধু পাছে এক ব্ৰাহ্মণ আসিলা॥৩৬১
সিটো ব্ৰাহ্মণৰ সাত পুত্ৰ আছিলন্ত।
সৰ্ব্বদায় মহা ঘোৰ কন্দল কৰন্ত॥

সাত পোৱে তিনি ঘৰে ভোজন কৰয় ।
পিতৃ-মাতৃক কোনো জনে নোপোষয় ॥৩৬২
এহি দুঃখ পিচে বিপ্রে সাধুত কহিলা ।
কাতৰ শুনিয়া সাধু থমকি ৰহিলা ।
সুধিবে লাগিলা বিপ্রৰ কথা যত যত ।
কিহেতু তোমাৰ পুত্রে অন্ন নেদন্ত ॥৩৬৩
শুনিয়োক বৃদ্ধ বিপ্র মোহৰ বচন ।
কলি কালে বহু পুত্র হোৱে ঘিটোজন ॥
তাহাৰ সমান পাপী নাহি স্বৰূপত ।
এহি কথা কহিলন্ত বিপ্রৰ আগত ॥৩৬৪
ব্রাহ্মণে বোলয় প্রভু বিধাতা লিখিলা ।
শুণি চোৱা মোত দোষ কোন খানি ভৈলা ॥
বৈষ্ণৱ বদতি ইয়াৰ উপায় আছয় ।
হৰিৰ ভকতি আক খণ্ডাবে পাৰয় ॥৩৬৫
এহি বুলি তাত পাছে হৰি গৃহে গৈলা ।
ঈশ্বৰৰ প্রার্থী বিপ্রে বৰ এক লৈলা ॥
হে প্রভু পূর্ণব্রহ্ম দেৱৰ দেৱতা ।
হৰি হৰ কাল ব্রহ্মা তুমিসে প্রজন্তা ॥৩৬৬
এগুটি মাগোহো বৰ তযু চৰণত ।
মোৰ যত বংশাৱলী হুলে সংসাৰত ॥
এগুটি হৈবেক পুত্র সেহি মলাগয় ।
কলি কালে বহু পুত্রি নৰকী হোৱয় ॥৩৬৭

এহি মুনি বর ভৈলা হরি চৰণত।
অদ্যাপিয়ো সিটো বর আছে যজ্ঞপত॥
এহিমতে মহাসন্ত সত্ৰত বহিলা।
শুনা আৰু এক বৰ কীৰিতি ৰাখিলা॥৩৬৮
একদিনা লবিলেক ঈশ্বৰ সেয়াক।
ভাৰ্য্যাক পঠাইলা সন্তে জল আনিবাক॥
স্বামীৰ বচন শুনি বত্নাৱতী আই।
কাখে কুম্ভ লৈয়া জল আনিবাক যায়॥৩৬৯
পশ্চিমত নদী আছে গৃহ আশ্ৰমত।
জল আনিবাক গৈলা স্বামীৰ বাক্যত॥
কতোবেলি পাইলা গই নদীৰ কাষৰ।
দেখে ঘাটে নৌকা ৰাখি আছে সদাগৰ॥৩৭০
মহা ধনেশ্বৰ সাউদ বঙ্গাল দেশৰ।
অসংখ্যাত ধন আছে নৌকাৰ ভিতৰ॥
নৌকাৰ উপৰে পিন্ধা ধনক পাৰিছে।
ভাত বহি মজা আদি খোৱাঁক ৰুপিছে॥৩৭১
নজাতৰ উঁগি বটী লৈয়া গুচৰত।
ইদৰে আৰাম কৰি আছয় ঘাটত॥
মহা ভয়ঙ্কৰ নৌকা দেখি লাগে ডৰ।
এইমতে নৌকা আছে একই যোচন॥৩৭২
হেন দেখি ৰত্নাৱতী মনত গুণিলা।
কৈৱৰ্ত সাউদ গোট নৌকা ঘাটত বাখিলা॥

কোনোবা দিশৰ হঁটো সাউদ অস্তিবৰ ।
একই মোহৰ দেখোঁ নৌকা ভয়ঙ্কৰ ॥৩৭৩
এহি বুলি বস্তাসতী ভটিয়াই গৈলা ।
একোমতে নামিবাৰ চলকে নাপাইলা ॥
বিপৰীত গধা একো উপায় নভৈলা ।
উলটিয়া আসি সতী ঘাটে থিৰ দিলা ॥৩৭৪
দেখে বসি আছে সিটো নৌকাৰ মধ্যত ।
জল আনিবাৰ আই উপায় নাথান্ত ॥
এহিমতে ফুৰন্তে সময় বহি গৈলা ।
ভাত পাছে বস্তা দেবা গৃহক চলিলা ॥৩৭৫
পানীয়ো নকৈলোঁ দেখি পাৰিবেক গালি ।
সময় বৈগেলা কিয় অত বেলি কৈলি ॥
এহি ভাবি ভয় মনে চলিলেক আই ।
ত্ৰাস মনে বস্তাসতী বেগ দিয়া যাই ॥৩৭৬
শুনা সৰ্ব্বজন গৃহে ভৈলা যেন মত ।
পানী নাপাই বিপ্ৰবৰ আছয় ক্ৰোধত ॥
হেন সময়ত দেবী আগন্তে ঠৈকিলা ।
দেখিয়া ভাৰ্য্যাক বিপ্ৰে গৰ্জ্জিবাক লৈলা ॥৩৭৭
হাউৰে নিলাজী দুষ্টা ভৈলি কেনমত ।
গৈলেক সময় বহি কি কাৰ্য্যে জলত ॥
এত বেলি কিয় ভৈল কহিয়োক তই ।
নকহিলে শাপি ভস্ম কৰিবহোঁ মই ॥৩৭৮

হেন শুনি ব্রহ্মচারী কহিবে লাগিলা ।
ঘাটুৰেৰ দোষে মোৰ এত বেলি ভৈলা ॥
আসি আছে কৈৰ এক মহা সদাগৰ ।
ঘাট জুৰি নৌকাখন আছে নিৰন্তৰ ॥৩৭৯
একই মোচৰ জুৰি নৌকাক ৰাখিলা ।
ঘাটত আয়াম কৰি বসিয়া ৰহিলা ॥
সিকাৰণে পানী আনিবাক চল নাই ।
এহি সব কথা কৈলা স্বামীত বস্তাই ॥৩৮০
হেন শুনি মহন্তৰ ক্ৰোধ উপজিলা ।
ভাৰ্য্যাক নাপাপি সাউদক শাপ দিলা ॥
মোৰ ঘাটে নৌকা ৰাখে সিটো দুষ্টসৰ ।
নৌকা সমে তল যাউক দুষ্ট সদাগৰ ॥
চিলোক নদী ঘাটে নাও আনিতে নাপাৰে ।
এহি বুলি শাপ দিলা ক্ৰোধে বিপ্ৰবৰে ॥
যদি শাপ দিলা বিপ্ৰে নাও তল গৈলা ।
নদীয়ো তেখনে জানা বাজতে চিকিলা ॥
দেৱ যে মমাই নামে নগৰ মধ্যত ।
অদ্যাপিয়ো দেৱান হৈয়া আছে স্বল্পগত ॥
শুনা সৰ্ব্বজন কথা আত অনন্তৰ ।
এহিৰূপে বৈলা বিপ্ৰ নগৰ ভিতৰ ॥৩৮৩
তাত অনন্তৰে শুনা যেন কথা ভৈলা ।
কত দিন পৰে এক পুত্ৰ উপজিলা ॥

যেবে পুত্র উপজিলা হরিষ বিপ্রর।
পৰম সুলক্ষণ ভৈলাহা পুত্রর ॥৩৮৪
দৈবজ্ঞ আনিয়া বিপ্রে গণণা করিলা।
গণিয়া পরমানন্দ নামক ৰাখিলা ॥
মহা তেজ ৰূপৱন্ত ভৈলা শিশুগুটি।
যেন শুলাইলেক কৰ পদ্ম ফুল ফুটি ॥৩৮৫
এহিমত দশ বর্ষ ভৈলে পুত্রেকৰ।
এনে সময়ত এক ভৈলা অণন্তৰ ॥
শুভ তিথি শুভ বাৰ শুভ যে মাসত।
ভৈলেক এৰীয়া সন্তৰ সেই সময়ত ॥৩৮৬
এৰীয়া পৰিল সন্ত আপোন ইচ্ছাই।
অন্তে স্বর্গ পথে চড়ি গৈলন্ত গোসাই ॥
হেন দেখি পুত্রেকৰ শোক উপজিলা।
বাপেকৰ প্রেতকার্য্য সমাপন কৈলা ॥৩৮৭
কর্ম্মক্রিয়া কৰি পাছে কতো দিন আছে।
তাত অনন্তৰে বিহা কৰিলন্ত পাছে ॥
বিহা কৰাই কতো দিন মহা সুখেছিলা।
কৃষ্ণানন্দ নামে তান পুত্র এক ভৈলা ॥৩৮৮
কর্ম্ম কাণ্ড কৰি যজ্ঞসূত্রক দিলন্ত।
এতহন্তে পিতৃ তান স্বর্গে চলিলন্ত ॥
দেখিয়া পুত্রর মহা অসন্তোষ ভৈলা।
বাপেকক লাগি শোক বিলাপ কৰিলা ॥৩৮৯

হৰি হৰি পিতৃশোক কিকই বঞ্চিলা।
এনে শিশু বয়সন্ত অনাথ হুইলা॥
এহিমতে শোক কৰি ৰহিলা গৃহত।
মাৰে পোৰে দুয়োজনে কৰ্ম্ম কৰিলন্ত॥৩৯০
তাত পাছে অনুক্ৰমে বিবাহ কৰিলা।
কতো দিন পৰে এক পুত্ৰ উপজিলা॥
নামে উমানন্দ দেৱ পৰম সুন্দৰ।
গণি পৰি থৈলা নাম অতি মনোহৰ॥৩৯১
কতো দিন পৰে তাঙ্ক যজ্ঞসূত্ৰ দিলা।
এহি অনুক্ৰমে দশ বৰিষ যে ভৈলা॥
ভৈলেক পণ্ডিত মহা শাস্ত্ৰত সুজন।
ভৈলা কণ্ঠগত জানা গীতা শাস্ত্ৰখান॥৩৯২
এহি অনুক্ৰমে যেবে গৃহত ৰহিলা।
কতো দিন পৰে তান পিতৃ স্বৰ্গে গৈলা॥
হেন দেখি তাহান পুতেক উমানন্দে।
কৰিলা পিতৃৰ কৰ্ম্ম ক্ৰিয়াক আনন্দে॥৩৯৩
কতো দিন পৰে পাছে কৰিলা বিবাহ।
শুক্লপক্ষ আসি যেবে ভৈলা পূৰ্ণমাস॥
কৰিয়া বিবাহ সুখে ৰহিলা গৃহত।
এক পুত্ৰ উপজিলা তাহান বীৰ্য্যত॥৩৯৪
মহা তেজ শক্তি যেন ঊৰ্দ্ধ পুৰুষৰ।
সেহিমত তেজ বল ভৈলেক পুত্ৰৰ॥

মাধৱ মহাদেৱ সাধু ভকত কৃষ্ণৰ।
উমানন্দ পিতৃ যাৰ দয়াৰ সাগৰ ॥৩৯৫
শয়নে ভোজনে স্নানে তিলেক নেৰন্ত।
যৈকে চলে তৈকে লাগি তাহাক নিৰন্ত ॥
এহি অনুক্রমে জানা কতো দিন গৈলা।
তাত পাছে তান পিতৃ যজ্ঞসূত্র দিলা ॥৩৯৬
যজ্ঞসূত্র দিয়া পিতৃ পৰলোকে গৈলা।
হেন দেখি পুত্রে প্রেত কার্য্যক কৰিলা ॥
কর্ম্ম ক্রিয়া কৰি কৰি সন্ত কতোদিন আছে।
তাত অনন্তৰে বিহা কৰিলেক পাছে ॥৩৯৭
বিহা কৰাই সাধু তৈতে মহা ৰঙ্গে ৰৈলা।
শুনা আত অনন্তৰে যেন কথা ভৈলা ॥
ইটো যে দৰং ৰাজ্য স্বর্গী যে ৰজাৰ।
সর্গী ৰজাই দিলা ধর্ম্ম ৰজাক ৰাজ্যভাৰ ॥৩৯৮
পূর্ব্বে আছিলেক বড়ালৰ অধিকাৰী।
অসমে লৈলেক ৰাজ্য বড়ালক মাৰি ॥
তাহেসে যবনে আহি বেহাৰ ৰাজ্যাত।
কতো দিন ধৰি ৰাখি খেদিয়া দিলন্ত ॥৩৯৯
এহিসে কাৰণে তাৰা উঠিয়া আসিলা।
দুই ভাৱে ৰণ কৰি দৰঙ্গক পাইলা ॥
ভাঙ্গি দৰঙ্গত কোঠ দিয়া যে ৰহিলা।
তাৰপৰা ৰণ কৰি গাৰুড় ছুৰিলা ॥৪০০

দুই গোটা বঙালে সত্বরে খেদি আইলা।
হেন দেখি সত্ত্বে মহা আলোচ কৰিলা॥
মায়ে পোয়ে ভাৰ্য্যা সমে প্ৰাণী তিনিজন।
গায়ন্ত আছয় আৰু সাধু ভক্তগণ ॥৪০১
বঙালৰ নাম শুনি সমস্তে ভাগিলা।
মহন্তৰ তিনি প্ৰাণী সত্ৰ মধ্যে ৰৈলা॥
মাকে বোলে বাপু আমি কেমনে পলাবো।
পুত্ৰকে বোলয় আই গোপালে ৰাখিবো ॥৪০২
নকৰিবা শঙ্কা হৰি আছয় সবাত।
পশু যে পতঙ্গ আৰু তোমাত আমাত॥
হৰিসে কেৱল ৰক্ষা সমস্ত জীৱৰ।
এহি বুলি তিনি প্ৰাণী আছে অভ্যন্তৰ ॥৪০৩
কতো বেলি তৈৰ হন্তে ওলাই আসিলা।
হৰিৰ গৃহত পই নাম লৈবে লৈলা॥
শুনা সৰ্ব্বজন পাছ কথা যেন মত।
পশিলা যবন আসি সেহি যে গৃহত ॥৪০৪
দেখে নাম ধৰি আছে হৰি গুণ গাই।
দেখিয়া যবনে বজ কৰি খেদি যাই॥
কেমনে টেণ্টন ইটো দেখিবো ব্ৰাহ্মণ।
আমাক দেখিয়া বাবাই ধৰে নাম গুণ ॥৪০৫
অসম্বৰ লগে আগে যুদ্ধক আসিলা।
এতিয়া আমাক দেখি বৰ ভক্ত হৈলা॥

কেমন দৈত্যক হৈটো যেটো যে দুৰ্জ্জন ।
এহি বুলি ক্ৰোধে দুয়ো তোলাৰে দশন ॥৪০৬
হৰিৰ সেৱাত আছিলেক চকুমুদি ।
দেখে দুই যবনে ক্ৰোধত যাই খেদি ॥
হেন দেখি মহাসন্তে থিয় দিয়া ভৈলা ।
দেখিয়া যৱনে হস্তে ঘাৰ মাৰি দিলা ॥৪০৭
দোহাতি ঘাৰত জানা হস্ত নেছেদিলা ।
ছাল মাত্ৰ ভেদি অল্প শুক্ল তেজ ভৈলা ॥
হেন দেখি যৱনৰ হৃদি কম্পমান ।
বেবুৰা লাগিলা দুইৰো হৰাইলা চেতন ॥৪০৮
মুহিকা মনুষ্য বুলি গুণিলা বিস্তৰ ।
কতো বেলি জ্ঞান কিছু ভৈলা যৱনৰ ॥
যেবে প্ৰাপ্তি পাইলেক যবন মহাবলী ।
সন্তৰ চৰণে দুয়ো পৰিলেক ঢলি ॥৪০৯
নজানি কৰিলোঁ দোষ ক্ষমা কৰা বাপ ।
আমাসাক লাগি প্ৰভু এৰিয়োক কোপ ॥
জানিলো বৈষ্ণৱ তুমি মহন্ত ভাস্কৰ ।
স্বভাৱে ৰাক্ষস আমি যৱন দুৰ্ব্বাৰ ॥৪১০
সন্তৰ দ্ৰোহক কৈলো আপোনাৰ কাল ।
একান্ত মহন্ত তুমি ভকত প্ৰবল ॥
এহিবুলি দুয়োজনে টকা দুই কৰি ।
আগত সন্তৰ থৈয়া আছিলেক পৰি ॥৪১১

হেন দেখি স্নুমুব যে মন শান্ত হৈলা।
বণ্ডালক প্রতি কিছু দয়া উপজিলা॥
শুনবে দুর্জ্জন বাম্বো ভালেসে সাবিলি।
ক্ষমিলোঁ যতেক মোব দ্রোহ আচবিলি॥৪১২
এহি বুলি সন্তে যাই পশিলা গৃহত।
হেন দেখি যৱনব বঙ্গ যে মনত॥
প্রণামী ওলাই গৈলা দুষ্ট দুয়োজন।
বৈলা সন্ত সত্রত কৌতুক কবি মন।৪১৩
মাতৃত কহিলা এহি কথা যত যত।
শুনিয়া মাতৃব অতি আনন্দ মনত॥
মাকে বোলে বাপু তোব দিন খানি ভাল।
মনুষ্যব পক্ষে জানা যৱন যম কাল॥৪১৪
নাকাটিলা যাতো তোব ঈশ্বব সহাই।
সুহিকা তেজস্বী তোব ধর্ম্ম একো নাই॥
ইতো কলি কালে ধর্ম্ম তেজ কৈতো নাই।
দয়াত বখিলা তোক কৃষ্ণ কৃপা মই॥৪১৫
তিবীব যে তিবী বুদ্ধি তাহাকে বুজিল।
আক কহে বাপু তোব দিন খানি ভাল॥
আপুনি হবিব ভক্ত মহন্ত একান্ত।
দিন ভালে তাক্ষ কেনমতে বাখিলন্ত॥৪১৬
অগ্নিব আগত বেচা পকা নাহি কয়।
সেহিমতে বণে ফাল মণ্ড নাচায়ব॥

অসংখ্য প্ৰজাক যুদ্ধ কৰে সমস্ত।
কাৰো ভাল দিন কাৰো মন্দ যে হোৱন্ত ॥৪১৭
যাৰ ভাল দিন আগ্যা তাহাকো কাটয়।
যাৰ মন্দ দিন সিটো পলায়া যাবয় ॥
শুনা সৰ্ব্বজন কথা মহন্ত জনৰ।
এহিমতে ৰৈলা সন্ত সত্ৰৰ ভিতৰ ॥৪১৮
আত অনন্তৰে এক পুত্ৰ উপজিলা।
দৈবজ্ঞক আনি গণি পঢ়িয়া চাহিলা ॥
গণি পঢ়ি নাম থৈলা নাৰায়ণ দেৱ।
হৈবেক পণ্ডিত সিটো পৰম বৈষ্ণৱ ॥৪১৯
নাম থৈয়া দৈবজ্ঞ যে ঘৰে চলি গৈলা।
আত অনন্তৰে কিছু দিন বহি গৈলা ॥
আজি কালি কৰি সাত বৰিষ ভৈলন্ত।
হেন দেখি পিতৃ যজ্ঞ সূত্ৰক দিলন্ত ॥৪২০
তাত পৰে পিতৃ দেৱ নৰীয়া পৰিলা।
কতো দিন পৰি থাকি নিজ থানে গৈলা ॥
কৰিলেক পুত্ৰে পাছে ক্ৰিয়া কাণ্ড যত।
তাত পাছে ৰৈলা সন্ত সেহি যে সত্ৰত ॥৪২১
কিছুদিন থাকি পঢ়িবাক মন কৈলা।
পশ্চিমক লাগি সন্ত পঢ়িবাক গৈলা ॥
পঢ়িলন্ত নানা শাস্ত্ৰ বোধ জন্মিলন্ত।
আইন দেৱৰ পূজাক মিছা মানিলন্ত ॥৪২২

হৰি ময় দেখে সমস্ত ইতো ত্রিজগত ।
আকে জানি সাৰ কৰি হৰিক ভৈলন্ত ॥
হৰিসে কেৱলে সঁচা সবে মায়াময় ।
এহিমতে শাস্ত্র পঢ়ি গুচালা সংশয় ॥৪২৩
তাত পাছে ঐকান্তিক ভক্তি আচৰিলা ।
ভকতিৰ বলে হৰি তান বৈশ্য ভৈলা ॥
মহাতেজ ধৰ্ম্ম তাৰ বাঢ়িল বিস্তৰ ।
ভকতি নেৰয় দেখি বশ যে ঈশ্বৰ ॥৪২৪
এহিমতে কতো দিন পশ্চিমত ৰৈলা ।
তাত পাছে আপোনাৰ গৃহক আসিলা ॥
গৃহ আসি পাইলা যেবে মহা সংস্তৰ ।
বৃদ্ধ ভাবে ৰৈলা সেহি সত্রৰ ভিতৰ ॥৪২৫
শুনা আত অনন্তৰে যেন কথা ভৈলা ।
এক অৱতৰি সন্ত তহিকে আসিলা ॥
ভূঞাৰ গৃহক আইলা অংশৰূপে হৰি ।
যাৰ নাম যশ ৰৈলা ইটো ৰাজ্য ভৰি ।৪২৬
নামত অৰ্জ্জুন দেৱ জগত প্ৰখ্যাত ।
যাৰ দিব্য কীৰিতি প্ৰকাশে ই ৰাজ্যত ॥
কতো দিন থাকি কিছু তাণ্ডৱ যে ভৈলা ।
তেজ শক্তি দেখাই পাছে ৰাজ্যত ফুৰিলা ॥৪২৭
শুনা সৰ্ব্বজন কথা ভৈলা যেন মত ।
এথা আসি সন্ত সমে লগ যে ভৈলন্ত ॥

নাৰায়ণ দেৱ নামে উমানন্দ নাতি ।
তুয়ো জনে কৰিলন্ত মহন্ত পিৰীতি ॥৪২৮
একে লগে থাকে তুয়ো একে লগে খাই ।
তৈতে বাতি তৈতে কাতি এৰান নাযাই ॥
অৰণ্যন্ত থাকে নিশা গায়ে মাহি তত্ব ।
শৰীৰৰো বস্ত্ৰৰ যে উমান নাপান্ত ॥৪২৯
খনো পিন্ধে খনো তৰে খনো যে খসাই ॥
এহিমতে অৰণ্যন্ত নিশাক খেদাই ॥
হস্তী বাঘ ভালুক যে মহিষ সহিতে ।
একলগে শুই থাকে শুদা মৃটিকাতে ॥৪৩০
এহিমতে তুয়ো যেবে বনত ৰহিলা ।
এক সে ৰবিষ জুৰি অৰণ্যে আছিলা ॥
বনফুল আহাৰ শয়ন ধৰণীত ।
গাৱত বস্ত্ৰৰ জানা সঞ্চ নাহিকন্ত ॥৪৩১
পিতৃসকলৰ মহা কৰ্ম্ম যত যত ।
বনতে কৰয় তুয়ো মহা আনন্দত ॥
অসংখ্যাত ফল মূল জানয় বিচাৰি ।
বাঘ ভালুক আদিক মাতয় জ্ঞাতি কৰি ॥৪৩২
হস্তী যে মহিষগণ আসে নিৰন্তৰ ।
এহি সব জ্ঞাতি জানা বনৰ ভিতৰ ॥
এহি মত ধৰ্ম্ম কৰি কৰে কৰ্ম্ম গত ।
ৰহিলা ৰবিষ জানা অগাধ বনত ॥৪৩৩

কতো দিন থাকি তুয়ো যান্ত ভঠিয়াই।
সবে প্রজাগণে ঐত আছে বাট চাই ॥
দেখে তুই জন সন্ত নাহিকে বাজ্যত।
হেন দেখি প্রজাগণে বিচাৰ কৰন্ত ॥৪৩৪
খনো আসি বাজ্যে তাৰা ভ্ৰমিয়া ফুৰয়।
আগতে থাকয় যদি তথু নেদেখয় ॥
এহিমতে কতকাল অদৃশ্যে ৰহিলা।
তাত পৰে দেখা দিবাৰ মনক কৰিলা ॥৪৩৫
এক দিনা চৈত্র মাসে অতিকে ৰদত।
পজা এক আছে আহু ধানৰ মাজত ॥
একজনী বুঢ়ী তৈতে ধানক ৰখয়।
সন্ধ্যা সময়ত বুঢ়ী গৃহক আসয় ॥৪৩৬
শূণ্য সময়ত আসি তুয়ো মহাসন্ত।
সেহি পজা মধ্যে তুয়ো জিৰায়া আছন্ত ॥
কতোবেলী থাকি তৈতে শয়ন কৰিলা।
ৰাতি পুৱা গৈ বুঢ়ী হঠাতে দেখিলা ॥৪৩৭
বুঢ়ী বোলে দেখোঁ ইটো আমাৰ গোঁসাই।
হৰাইবাৰ প্ৰভু দেখোঁ আছে নিদ্ৰা যাই ॥
গাৱে বস্ত্ৰ নাহিকয় নিদ্ৰা গৈয়া বৈলা।
হেন দেখি বুঢ়ী তিৰি গৃহে লৰ দিলা ॥৪৩৮
গৃহে গৈয়া দহাতিয়া বস্ত্ৰক আনিলা।
লৰৰিয়া আহি ভান গায়ে পেলাই দিলা ॥

যেতিক্ষণে বস্ত্র খানি গাবত পবিলা ।
নিদ্রাব উঠিল্যা দুয়ো চেতন লভিলা ॥৪৩৯
হেন দেখি বৃদ্ধা নাবী কবে নানা স্তুতি ।
কেনে ভ্রমি ফুবা দুয়ো পৱনব গতি ॥
আমাক অনাথ কবি লুকা দিয়া ফুবা ।
কবোহো কাহব প্রভু ইটো ৰূপ এবা ॥৪৪০
লোক পালবক হেতু সন্তৰূপ ধবি ।
মনুষ্যাব ৰূপে দুয়ো আছা অৱতবি ॥
তোবা যদি হেনৰূপে ফুবিবা বনত ।
ইটো প্রজাগণ প্রভু অনাথ হৈবন্ত ॥৪৪১
লোক তবাইবাব হেতু হৈছা অৱতাব ।
তোবা বিনে অকাবণ জনম প্রজাব ॥
এহি বুলি বুঢ়ী স্তুতি কবিবাক লৈলা ।
হেন দেখি দুয়োজনে বুঢ়ীক মাতিলা ৪৪২
কৈক যাম কহ বুঢ়ী গৃহ কৈতে পাই ।
গৃহ নাহি দেখিয়েসে আছো ইটো ঠাই ॥
নৱাও পুবনী গৃহে কবিলো তোমাত ।
দুয়োকো দুটি পজা সাজি দিয়াহা ইহাত ॥৪৪৩
আহাবুলি সিটো বুঢ়ী আগ বাঢ়ি গৈলা ।
তাইব পাছে দুয়োজন মহন্ত লবিলা ॥
বড়ো বেলি পাইলা নদী গোকৰা ডাঙব ।
পশ্চিমত কুলিশ নদী অতি ভয়ঙ্কব ॥৪৪৪

তাহাৰ কাষত এক গৃহক সাজিলা ।
পূব পাৰে অৰ্জ্জুন দেৱ সত্ৰ পাতি থৈলা ॥
তাহাৰ পশ্চিম দুয়ো নদীৰ মাজত ।
থৈলা সত্ৰ পাতি নাৰায়ণ দেৱ তৈত ৪৪৫
অপৰ যে নাম প্ৰভুৰ ডেকাযে গোসাঁই ।
এহিমতে থৈলা দুয়ো ধৰ্ম্ম প্ৰবৰ্ত্তাই ॥
বৰ বণ থলি সৰু বণ থলি ভৈলা ।
এহি দুই নাম দুই সত্ৰৰ ৰাখিলা ॥৪৪৬
এহিমতে দুয়োজন থৈলেক তথাই ।
তাত পাছে বিহা কৰে ডেকাযে গোসাই ॥
যেবে বিহা কৰাইলেক মহা সম্ভৰৰ ।
কতো দিন পৰে ভৈলা পুত্ৰ মনোহৰ ।৪৪৭
নামে শুকদেৱ ভৈল পুৰুষ সুন্দৰ ।
গণি পঢ়ি যাত কৰ্ম্ম কৈলা নিৰন্তৰ ॥
যজ্ঞ সূত্ৰ নতু দেন্তে পিতৃ স্বৰ্গে গৈল ।
হেন দেখি তান মাতৃ কৰ্ম্ম ক্ৰিয়া কৈলা ৪৪৮
এহিমতে কতো দিন ৰহিলা তহিত ।
কৰিলা বিবাহ পাছে কৰি আনন্দিত ॥
শুনা সৰ্ব্ব জন পাছে যেন কথা ভৈলা ।
সিটো সত্ৰ এৰি পাছে বাব্য কোণে গৈলা ॥৪৪৯
সি বাব্য কোণত আসি গৃহক বান্ধিলা ।
তাতো সত্ৰ সভাঘৰি বহলে পাতিলা ॥
দেখে জল নাহি কাষে দূৰে আছে নদা ।
আনিবাক লাগে জল দূৰ হন্তে পেদি ॥৪৫০

আনিবাক লাগৈ নদী আমাৰ কাষৰে ।
এহি বুলি মনত গুনিলা সন্তুৰে ॥
শুনা সৰ্ব্বজন পাছে যেন কথা ভৈলা ।
আষাৰ মাসত নদী গোট ভৰি গৈলা ॥৪৫১
প্ৰভাততে সন্তুৰে উঠি একেশ্বৰে ।
দক্ষিণক লাগি গৈলা নদীৰ কাষৰে
একধাৰী শুক্লামলা নৈবদ্য আনিলা ।
তাঙ্ক দিয়া স্তুতি বাণী বুলিবে লাগিলা ॥৪৫২
মোৰ কাষে যাইবা তুমি এক সোত নই ।
জল কষ্ট মোৰ তুমি মাৰিবে লাগয় ॥
কাষতে আছয় চ'ৰ গৃহ মনোহৰ ।
তাহাৰ দক্ষিনে যাইবা নহৈবা আন্তৰ ॥৪৫৩
এহিবুলি মহাসন্ত গৃহক আসিলা ।
শয়ন কৰিয়া পাছে সিটো নিশা বৈলা ॥
তাত অনন্তৰে নিশা ভৈলা অবসান ।
জাগিলা সকল ভক্ত নিদ্ৰাৰ ভেখন ॥৪৫৪
দেখে নদী গোট আসি বয় কাষৰত ।
প্ৰজা বোলে ইটো কিনো কাৰ্য্য অদভুত ।
ইতো নদী গোট বহু দুৰত আছিলা ।
আমাসাৰ কাষে দেখোঁ খেদিয়া আনিল ॥৪৫৫
এহি বুলি প্ৰজাগণে কহিলা সন্তত ।
শুনিয়া বৈষ্ণৱৰ ভৈলা আনন্দ মনত ॥
তাত পাছে নদীক যে চাহিবাক গৈলা ।
সেহিদিনা হন্তে সত্ৰৰ ছৰণ ধৰা নাম ভৈল ॥৪৫৬
সন্তৰ চৰণ ধুণা বুলি ৰাখে সেহি নাম ।
অদ্যাপিয়ো সিটো সোঁত আছে সৰ্ব্বক্ষণ ॥

উত্তৰ মুখে বৈয়া আছে সত্ৰৰ কাৰণে।
কেনে বিপৰীত কৰ্ম্ম দেখা নিৰন্তৰে ॥৪৫৭
এহিমতে আছে সন্ত সত্ৰৰ মধ্যত।
এক পুত্ৰ ভৈলা পাছে তাহান বীৰ্য্যত ॥
পুত্ৰক দেখিয়া সন্তৰ আনন্দ মিলিলা।
যাত কৰ্ম্ম কৰি মহা উৎসব কৰিলা ॥৪৫৮
গণি-পঢ়ি শিশু নাম কামদেৱ থয়।
এহিমতে শিশু তান গৃহত বাঢ়য় ॥
পৰম বৈষ্ণৱ সিটো মহন্ত ভৈলন্ত।
শাস্ত্ৰত কুশল সিটো অতিকে ভৈলন্ত ॥৪৫৯
তাত পাছে তান পিতৃ পৰলোকে গৈলা।
হেনদেখি পুত্ৰে প্ৰেত কাৰ্য্যক কৰিলা ॥
কাৰ্য্য কৰ্ম্ম কৰি পাছে ৰহিলা গৃহত।
কতোদিন পৰে যজ্ঞ সূত্ৰক লৈলন্ত ॥৪৬০
উপযুক্ত বয়সত বিবাহ কৰাইলা।
সেহি জনী ভাৰ্য্যা সমে পীড়িতি নভৈলা ॥
তাত পাছে আৰু এক ভাৰ্য্যাক বিহাইলা।
তান গৰ্ভে এটি পুত্ৰ এটি জীউ ভৈলা ॥৪৬১
কতোদিন থাকি মাৱে পোৱে জীউৰে সমে।
তিনি পোটক মাৰি লৈয়া গৈলা যমে ॥
হেনদেখি বৈষ্ণৱৰ মনে কষ্ট ভৈলা।
কতোদিন মান সন্ত একেশ্বৰে ৰৈলা ॥৪৬২
তাত পাছে বাৰ্ত্তা এক পাইলা মহা সন্ত।
এক গোট বিপ্ৰে আহি কথা কহিলন্ত ॥
শুনিয়ো মহন্ত এক কথা কহোঁ মই।
কৰিয়ো বিবাহ এটি কন্যা যে আছয় ॥৪৬৩

আনিবাক লাগে নদী আমাৰ কাষৰে ।
এহি বুলি মনন্ত শুনিলা সন্তৰে ॥
শুনা সর্ব্বজন পাছে যেন কথা ভৈলা ।
আৰাৰ মাসন্ত নদী গোট ভৰি গৈলা ॥৪৫১
প্ৰভাততে সন্তৰে উঠি একেশ্বৰে ।
দক্ষিণক লাগি গৈলা নদীৰ কাষৰে
একধাৰী শুক্লামলা নৈবেদ্য আনিলা ।
তাক দিয়া স্তুতি বাণী বুলিবে লাগিলা ॥৪৫২
মোৰ কাষে ষাইবা তুমি এক সোত বই ।
জল কষ্ট মোৰ তুমি মাৰিবে লাগয় ॥
কাষতে আছয় হৰি গৃহ মনোহৰ ।
তাহাৰ দক্ষিনে যাইবা নহৈবা আন্তৰ ॥৪৫৩
এহিবুলি মহাসন্ত গৃহক আসিলা ।
শয়ন কৰিয়া পাছে সিটো নিশা ৰৈলা ॥
তাত অনন্তৰে নিশা ভৈলা অবসান ।
জাগিলা সকল ভক্ত নিদ্ৰাৰ তেখন ॥৪৫৪
দেখে নদী গোট আসি বয় কাষন্ত ।
প্ৰজা বোলে ইটো কিনো কাৰ্য্য অদভুত ।
ইতো নদী গোট বহু দূৰন্ত আছিলা ।
আমাসাৰ কাষে দেখোঁ খেদিয়া আনিল ॥৪৫৫
এহি বুলি প্ৰজাগণে কহিলা সন্তত ।
শুনিয়া বৈষ্ণৱৰ ভৈলা আনন্দ মনত ॥
তাত পাছে নদীক যে চাহিবাক গৈলা ।
সেহিদিনা হন্তে সত্ৰৰ চৰণ ধৱা নাম ভৈল ॥৪৫৬
সন্তৰ চৰণ ধুলা বুলি ৰাখে সেহি নাম ।
অদ্যাপিয়ো সিটো সোঁত আছে সর্ব্বক্ষণ ॥

উত্তৰ মুখে বৈয়া আছে সত্ৰৰ কাষৰে।
কেনে বিপৰীত কৰ্ম্ম দেখা নিৰন্তৰে ॥৪৫৭
এহিমতে আছে সন্ত সত্ৰৰ মধ্যত।
এক পুত্ৰ ভৈলা পাছে তাহান বীৰ্য্যত ॥
পুত্ৰক দেখিয়া সন্তৰ আনন্দ মিলিলা।
যাত কৰ্ম্ম কৰি মহা উৎসব কৰিলা ॥৪৫৮
গণি-পঢ়ি শিশু নাম কামদেৱ থয়।
এহিমতে শিশু তান গৃহত বাঢ়য় ॥
পৰম বৈষ্ণৱ সিটো মহন্ত ভৈলন্ত।
শাস্ত্ৰত কুশল সিটো অতিকে ভৈলন্ত ॥৪৫৯
তাত পাছে তান পিতৃ পৰলোকে গৈলা।
হেনদেখি পুত্ৰে প্ৰেত কাৰ্য্যক কৰিলা ॥
কাৰ্য্য কৰ্ম্ম কৰি পাছে ৰহিলা গৃহত।
কতোদিন পৰে যজ্ঞ সূত্ৰক লৈলন্ত ॥৪৬০
উপযুক্ত বয়সত বিবাহ কৰাইলা।
সেহি জনী ভাৰ্য্যা সমে পীড়িতি নভৈলা ॥
তাত পাছে আৰু এক ভাৰ্য্যাক বিহাইলা।
তান গৰ্ভে এটি পুত্ৰ এটি জীউ ভৈলা ॥৪৬১
কতোদিন থাকি মাৱে পোৱে জীয়েৰে সমে।
তিনি গোটক মাৰি বৈয়া গৈলা যমে ॥
হেনদেখি বৈষ্ণৱৰ মনে কষ্ট ভৈলা।
কতোদিন মান সন্ত একেশ্বৰে বৈলা ॥৪৬২
তাত পাছে বাৰ্ত্তা এক পাইলা মহা সন্ত।
এক গোট বিপ্ৰে আহি কথা কহিলন্ত ॥
শুনিয়ো মহন্ত এক কথা কহো মই।
কৰিয়ো বিবাহ এটি কন্যা যে আছয় ॥৪৬৩

পাতি দৰঙত ঘৰ শুদ্ধ বিপ্ৰবৰ।
কবিৰাজ কবি ভূষণ নাম যে বিপ্ৰৰ ॥
এক গুটি কন্যা আছে কবি ভূষণৰ।
নামত অম্বিকা বিভা কৰা সম্ভৱৰ ॥৪৬৪
হেনশুনি মহন্তেও মনে সাৰ কৈলা।
জোৰা চাই কতোদিনে বিবাহ কৰিলা ॥
ফাগুন মাহত বিহা মহা ৰঙ্গে কৈলা।
আত অনন্তৰে শুনা যেন কথা ভৈলা ॥৪৬৫
এক গুটি পুত্ৰ ভৈলা কতো দিন মানে।
আশ্বিনত জন্ম ভৈলা ৰবিবাৰ দিনে ॥
দৈবজ্ঞ আসিয়া পাছে গণিয়া চাহিলা।
নানা সুলক্ষণ বুলি গণকে কহিলা ॥৪৬৬
গণি-পঢ়ি মাধৱ শিশুৰ নাম থৈলা।
অপৰ যে নাম তাৰ পদ্মনাভ ভৈলা ॥
মহা সুকোমল শিশু পৰম সুন্দৰ।
বাঢ়িবে লাগিলা পাছে বৈষ্ণবৰ ঘৰ ॥৪৬৭
এহিমতে শিশুৰ যে কতোদিন গৈলা।
তাত অনন্তৰে তাৰ চুৰাকৰ্ণ কৈলা ॥
তাত পৰে শিশুৰ যে পিতৃ স্বৰ্গে গৈলা।
সি সময়ে শিশু তিনি বছৰীয়া ছিলা ॥৪৬৮
হেন সময়তে সন্তে অনাথিণী কৰি।
মাকে সমে শিশু গুটিক এৰিতে গৈলা এৰি ॥
শিশু গোটে ক্ৰিয়া-কৰ্ম্ম কৰিতে নখিলা।
মাকেসে স্বামীৰ প্ৰেত কাৰ্য্য সমাপিলা ॥৪৬৯
দানে মানে বিপ্ৰক তুষিলা নিৰন্তৰ।
দুঃখী দৰিদ্ৰক দান দিলেক বিস্তৰ ॥

বৈষ্ণৱ মহন্ত যত আছো বিপ্ৰগণ ।
সকলোৰে আশীৰ্ব কৰিলা হৰ্ষ মন ॥৪৭০
মাৰে পোৰে দুই গুটি প্ৰাণী মাত্ৰ হৈলা ।
বিধবাৰে স্বামীৰ যে কাৰ্য্য সমাপিলা ॥
ধন্য ধন্য বুলি প্ৰজা সবে প্ৰশংসিলা ।
এহিমতে মাৰে পোৰে সত্ৰত ৰহিলা ॥৪৭১
শুনা সৰ্ব্বজন পাছ কথা যেন মত ।
এহিমতে পুত্ৰ গুটি ডাঙৰ হৈলন্ত ॥
কৰিলেক কৰ্ম্ম উৰ্দ্ধ পুৰুষ সমসৰ ।
যশস্বী হৈলেক তান দৰঙ্গ ভিতৰ ॥৪৭২
পদ্ম নাভ নামে ইটো সন্তৰ বংশত ।
হৈলেক কীৰিতি আন ইটো দৰঙত ॥
মহা তেজ শক্তিমান পুৰুষ ডাঙৰ ।
যাৰ যশ কীৰ্ত্তি হৈলা চন্দ্ৰ দিবাকৰ ॥৪৭৩
ভোট অকা বুলে যাক একো নজানয় ।
হেন সবো কৰদিয়া শৰণ পোষয় ॥
এহেনমতে যশ কীৰ্ত্তি বাঢ়িবাক লৈলা ।
উপযুক্ত বয়সত কন্যাক সুধিলা ॥৪৭৪
ভাঠি দৰং মধ্যে এক বৈষ্ণৱৰ ঘৰ ।
আছয় সুন্দৰী কন্যা অতি মনোহৰ ॥
কতোদিন পৰে সেহি কন্যাক বিহাইলা ।
তাত পাছে গৃহস্থ যে মহা সুখে হৈলা ॥৪৭৫
শুনা সৰ্ব্বজন কৰ্ম্ম মহন্ত জনৰ ।
অংশ অৱতৰি যিটো গোসাঁই শঙ্কৰৰ ॥
তাহান কবিতা মই অধমে ৰচিলোঁ ।
যিটো সিটো কীৰ্ত্তি লোক মুখত শুনিলোঁ ॥

পাতি দৰঙত ঘৰ শুদ্ধ বিপ্রবৰ।
কবিৰাজ কনি ভূষণ নাম যে বিপ্রৰ ॥
এক গুটি কন্যা আছে কবি ভূষণৰ।
নামত অম্বিকা বিভা কৰা সম্ভৱৰ ॥৪৬৪
হেনশুনি মহন্তেও মনে সাৰ কৈলা।
জোৰা চাই কতোদিনে বিবাহ কৰিলা ॥
ফাগুন মাহত বিহা মহা ৰঙ্গে কৈলা।
আত অনন্তৰে শুনা যেন কথা ভৈলা ॥৪৬৫
এক গুটি পুত্ৰ ভৈলা কতো দিন মাসে।
আশ্বিনত জন্ম ভৈলা ৰবিবাৰ দিনে ॥
দৈবজ্ঞ আনিয়া পাছে গণিয়া চাহিলা।
নানা সুলক্ষণ বুলি গণকে কহিলা ॥৪৬৬
গণি-পঢ়ি মাধৱ শিশুৰ নাম থৈলা।
অপৰ যে নাম তাৰ পদ্মনাভ ভৈলা ॥
মহা সুকোমল শিশু পৰম সুন্দৰ।
বাঢ়িবে লাগিলা পাছে বৈষ্ণৱৰ ঘৰ ॥৪৬৭
এহিমতে শিশুৰ যে কতোদিন গৈলা।
তাত অনন্তৰে তাৰ চূড়াকৰ্ণ কৈলা ॥
তাত পাৰে শিশুৰ যে পিতৃ স্বৰ্গে গৈলা।
সি সময়ে শিশু তিনি বছৰীয়া ছিলা ॥৪৬৮
হেন সময়তে সন্তে অনাথিণী কৰি।
মাকে সমে শিশু গুটিক ঐতে গৈলা এৰি ॥
শিংহ পেটে ক্ৰিয়া-কৰ্ম্ম কৰিতে লাগিলা।
আকেলে স্বামীৰ প্ৰেত কাৰ্য্য সমাপিলা ॥৪৬৯
মাসে মাসে বিপ্ৰক ভুঞ্জিলা নিৰন্তৰ।
দুঃখী দৰিদ্ৰক দান দিলেক বিস্তৰ ॥

বৈষ্ণব মহন্ত যত আনো বিপ্রগণ।
সকলোরে আশীষ করিলা রঞ্জ মন ॥৪৭০
মারে পোরে দুই গুটি প্রাণী মাত্র ৰৈলা।
বিধবারে স্বামীৰ যে কাৰ্য্য সমাপিলা ॥
ধন্য ধন্য বুলি প্ৰজা সবে প্রশংসিলা।
এহিমতে মারে পোরে স্বত্রত ৰহিলা ॥৪৭১
শুনা সৰ্ব্বজন পাছু কথা য়েন মত।
এহিমতে পুত্ৰ গুটি ভাৰ্গৱ ভৈলন্ত ॥
করিলেক কৰ্ম্ম উৰ্দ্ধ পুরুষ সমসৰ।
যশস্যা ৰৈলেক তান দৰঙ্গ ভিতৰ ॥৪৭২
পদ্ম নাভ নামে ইটো সম্ভৱ বংশত।
ৰৈলেক কীৰিতি আন ইটো দৰঙত ॥
মহা তেজ শক্তিমান পুরুষ ভাৰৱ।
যাৰ যশ কীৰ্ত্তি ৰৈলা চন্দ্ৰ দিবাকৰ ॥৪৭৩
ভোট অকা বুলে যাক একো নজানয়।
য়েন সৰো কৰ্ণদিয়া শৰণ পোষয় ॥
হেনমতে য়শ কীৰ্ত্তি বাঢ়িবাক লৈলা।
উপযুক্ত বয়সত কন্যাক খুজিলা ॥৪৭৪
ভাঠি দৰং মধ্যে এক বৈষ্ণবৰ ঘৰ।
আছয় সুন্দৰী কন্যা আতি মনোহৰ ॥
কতোদিন পৰে সেহি কন্যাক বিহাইলা।
তাত পাছে গৃহস্থ যে মহা সুখে ৰৈলা ॥৪৭৫
শুনা সৰ্ব্বজন কৰ্ম্ম মহন্ত জনৰ।
অংশ অৱতৰি যিটো গোসাঁই সঙ্করৰ ॥
তাহান কবিতা মই অধমে ৰচিলোঁ।
যিটো যিটো কীৰ্ত্তি লোকমুখত শুনিলোঁ ॥

আকে জানি মোৰ দোষ ক্ষমা সর্ব্বজন।
গণিতা কুলত জন্ম নাহি শাস্ত্র জ্ঞান॥
দ্বিজকুলে জন্ম ভৈলোঁ জাতিত উত্তম।
নাহি ভক্তি মাধৱত সেয়েহে অধম॥৪৭৭
সূর্য্য বিপ্র কুলে জন্ম মই অধমৰ।
দৰঙৰ মধ্য গ্রাম চাপৰাত ঘৰ॥
কৰি কৰি ফুৰো নাম কৰি সুচণ্ডাই।
চাউল মাগি ফুৰো ইটো কবিতা বর্ণাই॥৪৭৮
শুৰিথাৰ দোষ নধৰয় মহাজন।
দাস কৰি লোৱা মোক সিদবে সুজন॥
জয় জয় পূর্ণ ব্রহ্মা অগতিৰ গতি।
তোমাৰ চৰণে কৰো সহস্র প্রণতি॥৪৭৮
তুমি যদি ভক্তিদান নকৰা আমাত।
মাগিবেক ব্রহ্মা লক্ষ্মী কেমনে তোমাক॥
এতেকে ভক্তত ভক্তি কৰিয়োক দান।
একান্ত ভকতি হোক তোমাৰ চৰণ॥৪৮০
মুখে নাম হৃদি ৰূপ সঙ্গ ভকতৰ।
ইয়াকে মাগোহো প্রভু চৰণে তোমাৰ॥
শুনা সবজন কৰা হৰিত ভকতি।
তেবেসে তৰিবা সুখে সংসাৰ দুর্গতি॥৪৮১
পুত্র ভার্য্যা বিষয়ক মিছা মানি মনে।
ভজিয়োক সর্ব্বজন কৃষ্ণৰ চৰণে॥
নামেসে তৰাইবে জানি এৰা আন কাম।
[illegible] ডাকি বোলা ৰাম ৰাম॥৪৮২

—সমাপ্ত—